ৰাষ্ট্ৰীয় জীৱন চৰিত-মালা

# বাবা শেখ ফৰিদ

গুৰবচন সিং তালিব

অনুবাদ

নিৰুপমা বৰগোহাঞি



নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# ভূমিকা

মুছলমানসকলৰ বাবে প্ৰধানকৈ ধৰ্মৰ গুৰু বুলি জনাজাত বাবা শ্বেখ ফৰিদৰ ( 1173—1265 ) ব্যক্তিত্ব একাধিক গুৰুত্বপূৰ্ণ গুণেৰে বিভূষিত। ধৰ্মৰ এজন ডাঙৰ আৰু নামজ্বলা গুৰু হোৱাৰ উপৰিও তেওঁ দিল্লীৰ বিখ্যাত শ্বেখ নিজামুদ্দিন আউলিয়াৰ ধৰ্মীয় পথপ্ৰদৰ্শক হোৱাৰ বৈশিষ্ট্য অৰ্জন কৰিছে। শ্বেখ নিজামুদ্দিনৰ সমাধিক্ষেত্ৰত শত শত বছৰ জুৰি উচ্চ নীচ সকলো সম্প্ৰদায়ৰ মানুহেই মূৰ দোঁৱাই আহিছে। ইয়াৰ উপৰিও তেওঁৰ নিজৰ পঞ্জাৱী ভাষাত ৰচিত ধৰ্মীয় লেখাবোৰ গুৰু নানক আৰু তেওঁৰ অনুগামীসকলে অধ্যয়ন কৰিছিল আৰু শিখসকলৰ ধৰ্মগ্ৰন্থ গ্ৰন্থচাহিবতো সেইবোৰে স্থান পাইছিল। শিখসকলে এই লেখাবোৰ আজিকোপতি শ্ৰদ্ধা সহকাৰে পঢ়ি আহিছে। গ্ৰন্থচাহিবত এইবোৰৰ অন্তৰ্ভুক্তি ধৰ্মীয় পাৰম্পৰিক শুভেচ্ছাৰ ইতিহাসত এক বৈশিষ্ট্যপূৰ্ণ ঘটনা আৰু মানব জীৱনত ধৰ্মৰ পথ-প্ৰদৰ্শকৰ ভূমিকা লোৱা কথাটোৰ প্ৰতি এক উদাৰ মনোভংগীৰ পৰিচায়ক। শ্বেখ ফৰিদৰ এই কবিতা-ৰাজি এক গভীৰ আধ্যাত্মিক দৰ্শনৰ বাহন আৰু সৰ্বোৎকৃষ্ট কাব্যিক প্ৰতিভাৰ নিদৰ্শন। এই হিচাপে তেওঁৰ কবিতা পঞ্জাৱীভাষী লোকৰ সাংস্কৃতিক ঐতিহ্যৰ এক অতি আপুৰুগীয়া সম্পদ। কিতাপখনৰ পাতে পাতে এই কথাবোৰ চুঁই যোৱা হৈছে। এইদৰেই শ্বেখ ফৰিদ হ'ল আমাৰ দেশৰ মহামানবসকলৰে এজন। ৰক্তাক্ত সংঘৰ্ষ আৰু হিংসাত্মক কাৰ্যই বিধ্বস্ত কৰি ৰখা যুগ এটালৈ তেওঁ মানবতা, শান্তি আৰু শুভেচ্ছাৰ বাণী কঢ়িয়াই আনিছিল। আমাৰ সকলো মানুহৰ বাবেই এই ব্যক্তিজনৰ সংবাদ সদৰি কৰাটো অতি উপযুক্ত কাম হ'ব। হিংসা আৰু ঘৃণাৰ কণ্ঠ বাৰম্বাৰ উচ্চকিত হৈ থকা, মানুহে অন্তৰৰ শান্তি লাভ কৰিবলৈ এতিয়াও ভগৱানৰ বিধান মানি ল'বলৈ নিশিকা আমাৰ এই কালছোৱাতো তেওঁৰ বাণীৰ অতি বেছি প্ৰাসংগিকতা আছে। বস্তুবাদিতা আৰু মানব-বিদ্বেষৰ ধুমুহাৰ বা-মাৰলিত মানুহৰ অন্তৰত একেবাৰে মৃত হৈ নোযোৱা সুপ্ত গভীৰতাখিনিৰ পৰা বাবা ফৰিদৰ মধুৰ কবিতাই পৰম শুভবোধক জগাই নোতোলাকৈ নাথাকে।

1973 চনটোত বাবা শ্বেখ ফৰিদৰ জন্মৰ শতবাৰ্ষিকী উপলক্ষে এই পুস্তিকাখন প্ৰস্তুত কৰিবলৈ দিয়া হৈছিল। এই মহান পুৰুষজনৰ উপযুক্ত স্মৃতি ৰক্ষাৰ্থে বৃহৎ পৰিমাণৰ আয়োজন চলিছে, ( বিশেষকৈ পঞ্জাৱত ); কিন্তু তাৰ আগতে

এখন সৰুসুৰা জীৱনীৰ মাজেদি তেওঁৰ বিষয়ে এক ভাবমূৰ্তি গঢ়ি তোলাটো অত্যান্ত সমুচিত কাৰ্য হ'ব। পাছিয়ান উৎসৰ পৰা তেওঁৰ বিষয়ে আহৰণ কৰা তথ্যৰ লগতে আমাৰ দেশত গঢ়ি উঠা চুফী ধৰ্মৰ আন্দোলনকো একেলগে সাঙুৰি কেতবোৰ প্ৰামান্য আলেখ্য এই কিতাপখনত সন্নিবিষ্ট কৰা হৈছে। শ্বেখ ফৰিদৰ কবিতাৰ বৈশিষ্ট্যখিনিও পাঠকৰ আগত ডাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। কিতাপখনৰ শেষৰ পিনে গ্ৰন্থচাহিবত পঞ্জাৱত থকা তেওঁৰ অনূদিত কবিতাও সন্নিবিষ্ট কৰি দিয়া হৈছে।

পঞ্জাৱী, পাৰ্ছী আৰু আৰবী ভাষাৰ পৰা সকলোবোৰ অনুবাদেই এই লেখকে কৰিছে। 'হাদিথ' আৰু 'মাথ্নবি'ৰ বাহিৰে আন সকলোবোৰবে ভাৰতত প্ৰচলিত উচ্চাৰণ বিধি অনুযায়ী অনুবাদ কৰা হৈছে। খুব বেছি গোড়া নীতিক পৰিহাৰ কৰি চলা হৈছে, কাৰণ সেইবোৰে পাঠকক বিভ্ৰান্তহে কৰিব। শ্বেখ ফৰিদৰ জন্মস্থান পাক-পাট্টানৰ এখন মেপ কিতাপখনত সন্নিবিষ্ট কৰা হৈছে।

পঞ্জাৱী বিশ্ববিদ্যালয়, পাটিয়ালা
অক্টোবৰ 1, 1973

গুৰবচন সিং তালিব

# সূচীপত্ৰ

# এক জীৱন আলেখ্য

বাবা বুলি জনাজাত শ্বেখ ফৰিদ ভাৰতৰ শ্ৰেষ্ঠ মহাপুৰুষসকলৰ এজন। পঞ্জাবত জন্মগ্ৰহণ কৰি এই ৰাজ্যক সুষমামণ্ডিত কৰা তেৱেঁই প্ৰথম কবি যি পঞ্জাবী ভাষাটোত নিজৰ কাব্য লিপিবদ্ধ কৰে। সেই বাবে তেওঁক লৈ গৌৰব অনুভৱ কৰাত পঞ্জাবী ভাষাভাষী লোকসকলৰ বিশেষ কাৰণ আছে আৰু কেবা শতিকা জুৰি তেওঁৰ স্মৃতিকে পোষণ কৰি আহিছে।

তেওঁৰ পিতৃৰ নাম আছিল শ্বেখ জামালুদ্দিন চুলেমান। প্ৰচলিত ধাৰণা অনুযায়ী তেওঁৰ বংশৰ লগত কাবুলৰ শাসনকৰ্তাসকলৰ সম্পৰ্ক আছিল। দৰাচলতে, তেওঁৰ ককাদেউতাক আছিল কাবুলৰ ৰজা ফাৰুক শ্বাহ আদিলৰ আত্মীয়। তেওঁ ইছলামধৰ্মৰ দ্বিতীয় খলিফা হজ্ৰত ওমৰ বেন-আল-খাত্তাবৰ বংশধৰ আছিল। শ্বেখ ফৰিদৰ পৰিয়ালবৰ্গই মংগোলসকলৰ আক্ৰমণৰ সময়ত তেওঁ-লোকৰ মধ্য এচিয়াৰ বাসস্থান ত্যাগ কৰে—যি বিষয়ে পিছতে বিতংকৈ কোৱা হ'ব। নিৰাপত্তা আৰু আশ্ৰয় বিচাৰি তেওঁলোক পঞ্জাবলৈ আহে য'ত ঘজনভীদ শাসনৰ তলত বহুতো ইচলাম ধৰ্মৰ কেন্দ্ৰ গঢ়ি উঠিছিল আৰু যথেষ্ট সংখ্যক ইছলাম ধৰ্মাৱলম্বী লোকে বসতি স্থাপন কৰিছিল—বিশেষকৈ সেইবোৰ অঞ্চলত যিবোৰ বৰ্তমানৰ পাকিস্তান দেশৰ অন্তৰ্ভুক্ত। পশ্চিম আৰু উত্তৰ-পশ্চিমৰ ইছলাম ৰাজ্যবোৰৰ আটাইতকৈ নিকটবৰ্তী ভাৰতীয় ৰাজ্য হিচাবে পঞ্জাবেই হৈ পৰে ইছলামধৰ্ম আৰু সংস্কৃতিয়ে শিকাবলৈ লোৱা প্ৰথম ঠাই। পিছত, দিল্লীত ইছলাম ৰাজত্বৰ উদ্ভৱ হোৱা আৰু উত্তৰ আৰু মধ্য-ভাৰতৰ বহুতো অঞ্চল খৰতকীয়াভাবে দিল্লীৰ এই ইছলাম ধৰ্মাৱলম্বী শাসনকৰ্তাসকলৰ নিয়ন্ত্ৰণত অহাৰ লগে লগে ইছলামধৰ্ম আৰু সংস্কৃতিৰ প্ৰভাবো এনেদৰে অধিকৃত ঠাইবোৰলৈ বিয়পে। যমুনা নদীৰ পশ্চিমত, ইছলামধৰ্মৰ দ্বাৰা প্ৰভাবান্বিত হোৱা এনে কিছুমান ঐতিহ্যমণ্ডিত ধৰ্মকেন্দ্ৰ হ'ল লাহোৰ, মুলতান, উচ্, হাঞ্চী, কাইথাল, চামানা, চিৰহিন্ত্, চুনাম, পানীপথ আৰু নাৰনাউল। আন আন অঞ্চলত দিল্লীৰ বাহিৰে আৰু দুখন বিখ্যাত কেন্দ্ৰ হ'ল—আজমীৰ আৰু বাদাউন।

হিজৰী 569 চনত (খৃষ্টীয় 1173), উপবাসৰ বাবে উছৰ্গা কৰা পৱিত্ৰ ৰমজান মাহত শ্বেখ জামালুদ্দিন চুলেমানৰ এটি পুত্ৰসন্তান জন্ম হয়। এই সন্তানটিৱেই এদিন হবগৈ মহাপুৰুষ শ্বেখ ফৰিদ। কথিত আছে যে, নৱজাত শিশুটিয়েই উপবাস চলিথকা কালচোৱাত মাকৰ স্তন পান কৰিবলৈ অস্বীকাৰ কৰে। ধৰ্ম-

ভীৰু জীৱনী-লেখকসকলে তেওঁলোকৰ আধ্যাত্মিক গুৰুসকলৰ যি ধৰণৰ অলৌকিক ৰটনা লিপিবদ্ধ কৰি ভাল পায়, তেনে ধৰণৰ আন বহুতো কাহিনীও আমি পাইছোঁ। শিশুটিৰ নামকৰণ কৰা হয় ফৰিদুদ্দিন মাচুদ বুলি। এই পৰিয়ালত ইয়াৰ আগেয়েও বহুতো পণ্ডিত আৰু ধৰ্মপৰায়ণ লোকে জন্মগ্ৰহণ কৰিছিল। নৱজাত শিশুটিৰ 1119 চনত জন্মগ্ৰহণ কৰা, চুফী দৰ্শনৰ বহুতো গ্ৰন্থ, যেনে পাৰ্চীভাষাৰ ৰূপক মণ্টিক-ওত-টাইৰ (পক্ষীৰ সভা) আদিৰ ৰচয়িতা চুফী কবি ফৰিদউদ্দিন আত্তাৰৰ নাম অনুসৰি নামকৰণ কৰা হয়। শিশুটি তাৰ নামৰ প্ৰথম অংশত অৰ্থাৎ ফৰিদ বুলিয়েই জনাজাত হ'ল। আৰবিক ভাষাত ফৰিদ মানে হ'ল 'অদ্বিতীয়'। তেওঁ শ্বকৰগঞ্জ বা গঞ্জ-ই-শ্বকৰ (চেনিৰ ভাণ্ডাৰ) বা পীৰ-ই-শ্বকৰ-বাৰ বুলি আন এটা উপাধিও কালক্ৰমত লাভ কৰে, যি বিষয়ে এক ব্যাখ্যা পিছত দিয়া হ'ব।

মুলতানৰ ওচৰৰ তেওঁৰ জন্মস্থানৰ নাম আছিল কথোৱাল। বৰ্তমান ইয়াৰ নাম চাৱালী মাশ্বাইখ (পৱিত্ৰসকলৰ জন্মস্থান)। ভবিষ্যতৰ মহাপুৰুষ ফৰিদৰ বাল্যকালতে তেওঁৰ পিতৃৰ মৃত্যু হোৱা হেতুকে তেওঁৰ অতিশয় ধৰ্মপৰায়ণা মাতৃ কাচুৰ্মবিবিয়েই তেওঁৰ লালন-পালনৰ দায়িত্ব লবলগীয়া হয়। এই মহিলা গৰাকী নিজেও যে এগৰাকী মহীয়সী নাৰী আছিল সেইটো সেই যুগৰ জীৱনী-লেখকসকলে উল্লেখ কৰিছে। তেওঁ ধৰ্মৰ আৱশ্যকীয় তত্ত্ব আৰু ইছলামধৰ্মৰ ব্ৰতীসকলে কৰিবলগীয়া দায়িত্বসমূহৰ বিষয়ে শিষ্য ফৰিদক প্ৰথম দীক্ষা দিয়ে। কোৱা হয় যে মাত্ৰ আঠ বছৰ বয়সতে শিশুটিৱে কোৰাণখন মুখস্থ কৰি পেলায়। শিশুটিৰ প্ৰতিভা আৰু পৰিয়ালৰ পটভূমি আৰু পৰিবেশৰ কথা মনত ৰাখিলে এনে এটা কীৰ্তি অসম্ভৱ যেন নেলাগে। তেওঁ যে ডাঙৰ হৈ কেৱল এজন মহান ব্যক্তিয়েই হ'লগৈ সেয়ে নহয়, তেওঁ সেই সময়ৰ ইছলাম অধ্যয়নৰ অন্তৰ্ভুক্ত সকলো বিষয়, যেনে ধৰ্মীয় আইন, সাধাৰণ আইন আৰু অতীন্দ্ৰিয়বাদ আদিত লাভ কৰা পাৰদৰ্শিতা আৰু পাণ্ডিত্যও তেওঁৰ মহত্বৰ লগত সংযোজন কৰিলে।

ফৰিদক প্ৰদান কৰা শ্বকৰগঞ্জ উপাধিটো সম্পৰ্কে প্ৰচলন আছে যে ল'ৰাটিক নিয়মিতভাবে প্ৰাৰ্থনা কৰাত অনুপ্ৰাণিত কৰিবলৈ তাৰ মাকে প্ৰাৰ্থনাথলিৰ তলতে মুগাবৰণৰ চেনি বা শ্বকৰৰ এটা টোপোলা থৈ দিছিল। এইটো আছিল ল'ৰাটিয়ে প্ৰাৰ্থনাৰ অন্তত পাবলগীয়া পুৰস্কাৰ। এবাৰ বোলে এই উদ্দীপক সামগ্ৰী তেওঁ যথাস্থানত থবলৈ পাহৰি গ'ল। কিন্তু ল'ৰাটিৰ ধৰ্মপ্ৰবণতা ইমানেই নিবিড় আছিল আৰু তাৰ প্ৰতি ভগৱান ইমানেই সদয় আছিল যে শ্বকৰৰ টোপোলাটো ঠিকেই নিৰ্দিষ্ট স্থানত ওলাল। ইয়াৰ আবিষ্কাৰ এটা অলৌকিক ঘটনা বুলি মানি লোৱা হ'ল আৰু শ্বকৰগঞ্জ উপাধিটোৰ উৎপত্তিও ইয়াৰ ফলতে হ'ল। আন এটা ব্যাখ্যা হ'ল এয়ে যে তেওঁ এবাৰ এটা অতি কঠোৰ

তিনিদিনীয়া উপবাস ভংগ কৰিবলৈ কিবা এটা খাবলৈ বিচাৰিলে। আন একোকে নাপাই তেওঁ কেইটামান শিলেই মুখত সুমুৱাই ল'লে। স্বৰ্গীয় হস্তক্ষেপৰ দ্বাৰা সেই শিল কেইটুকুৰাই চেনিৰ টুকুৰালৈ ৰূপান্তৰিত হ'ল। কিন্তু প্ৰকৃততে বোধ হয় তেওঁক আধ্যাত্মিক গুৰু খাজা কুতুবুদ্দিন বখতীয়াৰ কাকীয়ে তেওঁক দিয়া আশীৰ্বাদতে এই উপাধিৰ ব্যাখ্যা বিচাৰি পোৱা যাব। গুৰুজনে তেওঁৰ ব্যৱহাৰৰ মিষ্টতাক প্ৰশংসা কৰি মন্তব্য দিয়ে : "তুমি চেনিৰ দৰেই মিষ্টভাষী হবা।" ভক্ত আৰু কবিসকলে তেওঁৰ কবিতাত ফুটি উঠা তেওঁৰ এই গুণৰ প্ৰশংসা কৰিছে। হিজৰি 800 চনত ৰচিত চিয়াৰুল আউলিয়াৰ লেখক চৈয়দ মহম্মদ মুবাৰক ওৰফে মীৰ খুৰ্দে ফৰিদৰ আধ্যাত্মিক শক্তিৰ উচ্চ প্ৰশংসা কৰিবলৈ তানাই নামৰ এজন অতীন্দ্ৰিয়বাদী কবিৰ তলত দিয়া পংক্তিটোৰ উদ্ধৃতি দিছে :

"তোমাৰ হাতত শিল পৰিণত হয় মণি-মুক্তালৈ
আৰু জিভাত বিষ হৈ যায় চেনি।"

# শ্বেখ ফৰিদৰ আধ্যাত্মিক বংশধাৰা

শ্বেখ ফৰিদ আছিল ভাৰতত চিষ্টিয়া চুফী সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম এজন। খাজা ঘাৰিব নাৱাজ (দুখীৰ প্ৰতি দৰদী) বুলি জনাজাত মহাপুৰুষ মইনুদ্দিন চিষ্টিৰ দ্বাদশ শতিকাৰ শেষৰ পিনে ভাৰতলৈ আগমনৰ লগে লগে এই সম্প্ৰদায়ৰ জন্ম হ'ল। খাজা মইনুদ্দিন ভাৰতলৈ আহে দিল্লীৰ শেষ ৰাজপুত ৰজা ৰায় পিথোৰা বা পৃথ্বীৰাজ চৌহানৰ শাসনকালত। এইজনা ৰজাৰ সাম্ৰাজ্য আজমীৰ আৰু তাৰো সিপাৰলৈ বিস্তৃত আছিল। শ্বেখ ইচকে চিষ্টি নামৰ ইৰাকৰ নৱম শতিকাৰ এজন চুফী মহাপুৰুষ চিষ্টিয়া সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা আছিল। তেওঁ এই নাম বোধহয় ইৰানৰ খুৰাচানত থকা তেওঁৰ পুৰণা বাসস্থানৰপৰা লাভ কৰিছিল। কিন্তু চুফী ধৰ্ম অনুযায়ী কৰণীয় প্ৰায়শ্চিত্ত আৰু আধ্যাত্মিক অৰ্হতা আহৰণৰ সময় ছোৱা তেওঁৰ ইছলামৰ শিক্ষা-দীক্ষা, ধৰ্ম আৰু সংস্কৃতিৰ বিখ্যাত কেন্দ্ৰ বাগদাদতহে অতিবাহিত হয়। সেই সময়ৰ আন এক প্ৰবাদ মতে হজৰত আলি দিনাৱাৰীহে চিষ্টিয়া সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা।

শ্বেখ ইচাকৰ আধ্যাত্মিক ধাৰাৰে আন এক সন্ত খাজা ওছমান হ'ল হাৰুনীৰ শিষ্য খাজা মইনুদ্দিন চিষ্টি চিজ্জি। মধ্য এচিয়াৰ চিজিস্তানত তেওঁৰ বাসস্থান আছিল। মংগোলবিলাকে দক্ষিণ আৰু দক্ষিণ-পশ্চিমৰ পিনে অভিযান চলাই ইৰাণী, তুৰ্কী আৰু আফগানসকলে বসতি কৰা ভূমিবোৰ দখল কৰিবলৈ লোৱাৰ কালছোৱাতে তেওঁ নিজগৃহ ত্যাগ কৰিছিল। এই অঞ্চলবোৰৰপৰা ইছলাম ধৰ্মৰ পণ্ডিত আৰু মহাপুৰুষসকলে বৃহৎ সংখ্যাত প্ৰব্ৰজন কৰে। চেংগীজ খাঁ আৰু তেওঁৰ পৰৱৰ্তী শাসকসকলৰ নেতৃত্বত মংগোলবিলাকে কৰা আক্ৰমণৰ উপৰ্যুপৰি ঢৌৱে বহুতো সাম্ৰাজ্য সংস্কৃতিৰ অবলুপ্তি ঘটায় আৰু ফলত প্ৰব্ৰজনৰ প্ৰক্ৰিয়াটো এশবছৰতকৈও বেছি কাল ধৰি চলি থাকে। সেই সময়ত মংগোল বা টাটাৰসকল ইছলাম ধৰ্মত দীক্ষিত হোৱা নাছিল আৰু তেওঁলোকে এনে কিছুমান ধৰ্ম অবলম্বন কৰিছিল যিবোৰ আছিল বুদ্ধধৰ্ম আৰু শ্বামানধৰ্মৰে নানা ৰূপ। পলায়নৰত ইছলাম পণ্ডিত আৰু মহাপুৰুষসকলে যি ঠাইলৈ পোনালে সেয়া আছিল পঞ্জাব। পঞ্জাব তেতিয়া ঘজনভিদ আৰু তেওঁলোকৰ পৰৱৰ্তী শাসনসকলৰ অধীনত আছিল আৰু ইয়াত তেওঁলোকে ইছলাম উপাসনা আৰু সংস্কৃতিৰ বহুতো কেন্দ্ৰ স্থাপন কৰিছিল। এই অঞ্চলত বিভিন্ন ঠাইত এটা বুজন পৰিমাণৰ ইছলাম ধৰ্মাৱলম্বী জনসংখ্যা গঢ়ি উঠে। কিছুকালৰ পিছত চাহাবুদ্দিন

ঘোৰী বুলি জনাজাত মইনুদ্দিন চামৰ দ্বাৰা দিল্লী অধিকাৰৰ লগে লগে প্ৰক্ৰিয়াটো আৰু খৰতকীয়া আৰু খুব কম সময়তে 'হিন্দুস্থান' (বৰ্তমানত উত্তৰ প্ৰদেশ), ৰাজস্থানৰ কিছু অংশ আৰু মধ্য ভাৰতত বিয়পি পৰে।

চুলটান-উল আৰিফিন (বিজ্ঞসকলৰ ৰজা) বুলি জনাজাত খাজা মইনুদ্দিনৰ কাহিনী পুনৰায় আৰম্ভ কৰিলোঁ। তেওঁ অতি বেছি হিন্দু-অধ্যুষিত আজমীৰৰ পৃথ্বীৰাজৰ উদাৰ শাসনৰ তলত আশ্ৰয় পালে। তেওঁ এদল উপাসক আৰু শিষ্যৰ সৈতে চন্দৰ হ্ৰদৰ ওচৰত শিবিৰ স্থাপন কৰিলে আৰু সৰুকৈ ধৰ্মীয় উপনিবেশ এখন আৰম্ভ কৰিলে। স্থানীয় ৰাইজে তেওঁৰ ধৰ্মপৰায়ণতা আৰু শিষ্টাচাৰৰ দ্বাৰা বিশেষভাৱে প্ৰভাবান্বিত হয় আৰু আন যিকোনো মহাপুৰুষৰপৰা বিচৰাৰ দৰেকৈয়ে তেওঁৰ পৰাও অভিলাষ পূৰণ হ'বলৈ আৰু অশুভ শক্তিক দূৰত ৰাখিবলৈ আশীৰ্বাদ বিচাৰিলে। তেওঁ পৃথ্বীৰাজৰ সময়তে স্থানীয় জনসাধাৰণৰ কাৰোবাক ধৰ্মান্তৰ কৰাইছিল নে নাই এই বিষয়ে নিৰ্ভৰযোগ্যভাৱে জনা নাযায়। এই সময়ৰ আখ্যান ৰহস্যাবৃত আৰু পৰস্পৰ-বিৰোধী কথাৰে পৰিপূৰ্ণ। কিন্তু এনে যেন লাগে যে পৃথ্বীৰাজৰ পতনৰ পিছত বহুসংখ্যক লোক ইছলাম ধৰ্মক আঁকোৱালি লবলৈ আগবাঢ়ি আহিল। ভাৰতৰ আনসকলো চিষ্টি চুফী মহাপুৰুষৰদৰে খাজা মইনুদ্দিনেও সকলোৰে বাবে মুকলি ৰান্ধনীঘৰ বা লংগৰৰ ব্যৱস্থা কৰে। তদুপৰি সেই সামন্তবাদ আৰু হিংসাত্মক কাৰ্যকলাপৰ যুগত তেওঁ মৰমিয়াল আৰু দুখীয়াৰ প্ৰতি সহানুভূতিশীল আছিল বুলিও জনা যায়। আজিকোপতি অক্ষয় হৈ থকা ইছলামৰ সমস্ত তীৰ্থস্থানৰ ভিতৰতে বিখ্যাত তেওঁৰ দৰ্গা বা মছজিদত সকলো পীড়িত লোকৰ লগতে ক্ষমতাশালীসকলেও আশ্ৰয় লাভ কৰিছিল। মহাপুৰুষজনাই এনেদৰে আশ্ৰয় দিয়া লোকসকলক কোনেও জুলুম কৰিবলৈ সাহ নকৰিছিল। ইয়াৰ বাবেই তেওঁ ঘৰিব-ই-নাৱাজ (দুখীয়াৰ প্ৰতি দৰদী) বুলি জনাজাত হয় আৰু ইয়াৰ পিছত যিকোনো লোকক হিতাকাংখী ব্যক্তিক বুজাবলৈ এই উপাধিটো ব্যৱহৃত হয়। খাজা মইনুদ্দিনে কঠোৰ জীৱন-যাপন কৰিছিল আৰু নিজৰ বাবে একোকে নাৰাখিছিল। তেওঁৰ স্বইচ্ছাই গ্ৰহণ কৰা দাৰিদ্ৰ্য আৰু খাদ্য আৰু বস্ত্ৰৰ সংযমৰ বিষয়ে বহুতো কাহিনী আছে।

ভাৰতৰ ইছলাম ধৰ্মৰ মহাপুৰুষসকলৰ ভিতৰত তেওঁ অগ্ৰগণ্য। ইমান শতিকা জুৰি আজমীৰে ভাৰতত থকা সমস্ত তীৰ্থস্থানৰ ভিতৰত নিজৰ সৰ্ব-শ্ৰেষ্ঠতা অক্ষুন্ন ৰাখিবলৈ সক্ষম হৈছে। খাজা (ভগৱান) আজমেৰী বুলি জনাজাত হোৱা খাজা মইনুদ্দিনৰ মহত্বৰ গুণগান কৰি ভাৰতৰ বিভিন্ন ভাষাত প্ৰাৰ্থনা-সংগীতমূলক প্ৰচুৰ লিখনীৰ জন্ম হৈছে। তেওঁৰ উৰ্ছ (আক্ষৰিক অৰ্থত বিবাহ, যাৰ প্ৰকৃত ভাবাৰ্থ হ'ল মৃত্যুত সৃষ্টিকৰ্তাৰ লগত মিলন) উপলক্ষে

প্ৰতি বছৰে ভাৰত আৰু ভাৰতৰ বাহিৰৰ পৰা লাখ লাখ তীৰ্থযাত্ৰীয়ে এই মহাপুৰুষজনক শ্ৰদ্ধাৰ্ঘ নিবেদন কৰিবলৈ আজমীৰত সম্মিলিত হয়। শেখ চেলিম চিষ্টি বুলি শেখ ফৰিদৰ এজন বংশধৰক এটা সন্তান উত্তৰাধিকাৰী পোৱাৰ কামনা জনাবলৈ এই আজমীৰলৈকে সম্ৰাট আকবৰ খুদা ভৰিৰে আহিছিল। কথিত আছে যে শেখ চেলিমৰ আশীৰ্বাদৰ ফলস্বৰূপেই এটি পুত্ৰৰ—ভৱিষ্যতৰ জাহাংগীৰৰ—জন্ম হয়, যাক মহাপুৰুষজনৰ সন্মানাৰ্থে চেলিম নাম দিয়া হয়।

চাহাবুদ্দিনৰ সেনাধ্যক্ষ, টুৰ্কী 'দাস' বংশৰ প্ৰথম ৰজা কুতুবুদ্দিনৰ দ্বাৰা দিল্লী অধিকাৰৰ পিছত বহু সংখ্যক ইছলামৰ পণ্ডিত আৰু ধৰ্মসাধক স্বাভাৱিকতে দিল্লীৰ প্ৰতি আকৰ্ষিত হয়। এই কাৰণে ইছলাম চৰ্চাৰ এটা গুৰুত্বপূৰ্ণ কেন্দ্ৰ হিচাবে ই সেইসময়ত বোখাৰা আৰু চমৰকন্দ, এই দ্বৈত কেন্দ্ৰৰ লগত সকলে ফেৰ মাৰা বুলি কোৱা হয়। সেইসময়ৰ এখন ৰচনাত ইয়াক কুবাটুল-ইছলাম (ইছলামৰ উচ্চ শিখৰ) বুলি কৈছে। ইয়াত ইছলামৰ বহুতো মছজিদ, চুফীৰ ধৰ্মমন্দিৰ (দৰ্গা) আৰু মাদ্ৰাছা (ধৰ্মশাস্ত্ৰৰ বিদ্যালয় আৰু আলোচনা কেন্দ্ৰ) আছে। বোধহয় কোনোবা শিষ্যৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈকে খাজা মইনুদ্দিনো কিছুদিনৰ বাবে দিল্লীলৈ আহে। তাত তেওঁ পিছত দিল্লীৰ ইতিহাসত এক বিশিষ্ট স্থান অধিকাৰ কৰা তেওঁৰ পুৰণা শিষ্য খাজা কুতবুদ্দিন বখতীয়াৰ কাকি উশ্বীৰ লগত কিছু সময় অতিবাহিত কৰে। কুতুবুদ্দিন আইবাক চুফী কুতুবুদ্দিন বখতীয়াৰৰ প্ৰতি বৰকৈ অনুৰক্ত আছিল আৰু বোধহয় তেওঁৰ ৰাজধানী খাজা মইনুদ্দিন আৰু খাজা কুতবুদ্দিন—এই আধ্যাত্মিক দ্বৈত আলোকৰ দ্বাৰা সন্মানিত হোৱাটো বাঞ্ছা কৰিছিল। কিন্তু তেওঁৰ আজমীৰৰ অনুৰাগীসকলক হতাশ নকৰিবৰ বাবে খাজা মইনুদ্দিনে দূৰণিৰ সেই কেন্দ্ৰলৈ উভতি যোৱাটোকে কামনা কৰিলে। শিষ্যৰ গুৰুৰ প্ৰতি ইমানেই আনুগত্য আছিল যে খাজা মইনুদ্দিনক সংগ দিবলৈ খাজা কুতুবুদ্দিনেও দিল্লী ত্যাগ কৰাৰ সিদ্ধান্ত ল'লে। দুয়োজন মহাপুৰুষকে দিল্লী এৰিবলৈ দিবলৈ দিল্লীৰ জনসাধাৰণ আৰু চুলটান কুতুবুদ্দিন অমান্তি হ'ল। গতিকে কিছু বুজনিৰ মূৰকত খাজা মইনুদ্দিন খাজা কুতুবুদ্দিনক এৰি যাবলৈ ৰাজী হ'ল। তেওঁৰ সন্মানতে পৰবৰ্তী এজন চুলটান ইলতুৎমিছে দিল্লীৰ ওচৰৰ মেহৰৌলীত বিখ্যাত কুতব মিনাৰটো নিৰ্মাণ কৰে।

শেখ ফৰিদ খাজা কুতুবুদ্দিন বখতীয়াৰৰ শিষ্য হয়। চুফী ধৰ্মৰ মতে কৰণীয় আগছোৱাৰ প্ৰায়শ্চিত্ত আৰু শিক্ষাৰ বৰ্ণনা অনুযায়ী তেওঁ ধৰ্মশিক্ষা লাভ কৰাৰ সময়তে মুলটানত তেওঁৰ ভৱিষ্যতৰ গুৰুক প্ৰথম লগ পাইছিল। মংগোল বিভীষিকাৰ অন্যতম ভগনীয়া হিচাবে খাজা কুতুবুদ্দিন তেওঁৰ মধ্য এচিয়াৰ ঘৰৰ পৰা গুচি আহে। প্ৰতিভাদীপ্ত মুখৰ, সুদৰ্শন চেহেৰাৰ এই গম্ভীৰ

প্ৰকৃতিৰ যুবকজনক দেখি তেওঁ কি অধ্যয়ন কৰি আছে বুলি সোধাত যেতিয়া সন্মুখত থকা কিতাপখন ইছলাম ধৰ্মৰ আইন শাস্ত্ৰ বিখ্যাত আৰবিক পুথি নাফী (আক্ষৰিক অৰ্থত লাভজনক) বুলি ক'লে—তেতিয়া মহাপুৰুষজনে এক বিভ্ৰান্তকাৰী শব্দৰ খেলা কৰি ক'লে—"তুমি ইয়াৰ দ্বাৰা যথেষ্ট লাভবান হবা।" অবশ্যে ইয়াৰ দ্বাৰা ভৱিষ্যতে তেওঁ এজন সন্ত হোৱাৰ ইঙ্গিত পোৱা যায়। কুতুবুদ্দিনৰ মুলতানত থকা সময়খিনিত কম বয়সীয়া ফৰিদৰ লগত ইমান প্ৰীতি আৰু সহৃদয়তা গঢ়ি উঠে যে খাজা কুতুবুদ্দিনে মুলটান এৰি দিল্লীলৈ যাওঁতে তেওঁকো পঢ়াশুনা সমাপ্ত কৰাৰ পিছত নিজৰ লগত যাত্ৰা কৰিবলৈ নিৰ্দেশ দিলে। ফৰিদে তেওঁক বিদায় দিবলৈ কিছু দূৰ আগবাঢ়ি গৈছিল আৰু তেতিয়া সন্ত পুৰুষ খাজাজনে কৈছিল—"বন্ধুবৰ ফৰিদ, উভটি যোৱা আৰু কিছুদিনৰ বাবে মুলটানত থাকি অধ্যয়নত মনোনিবেশ কৰাগৈ। তাৰ পিছত দিল্লীত মোৰ ওচৰলৈ আহিবা।" শ্বেখ ফৰিদে এই আদেশ পালন কৰিলে আৰু খাজাজনৰ বিদায়ৰ পিছত পাঁচ বছৰ অধ্যয়ন কৰি বিভিন্ন বিদ্যাত পাৰদৰ্শী হৈ উঠিল। তাৰপিছত তেওঁ দিল্লীলৈ বুলি ৰওনা হ'ল আৰু শ্ৰেষ্ঠ পুৰুষ কুতুবৰ চৰণযুগল চুম্বন কৰাৰ সন্মান লাভ কৰিলে। সন্তজনৰ ঘৰৰ ওচৰত তেওঁৰ বাবে আচুতীয়া এডোখৰ থকা ঠাই কৰি দিয়া হ'ল। তাত তেওঁ এক কঠোৰ জীৱনযাপন কৰি নানা দুৰূহ অনুশীলন অভ্যাস কৰি থাকিল। প্ৰতি সপ্তাহতে তেওঁ এবাৰকৈ গুৰুৰ আলোকোজ্জ্বল ব্যক্তিত্বৰ সন্মুখীন হৈছিল। পিছত শ্বেখ ফৰিদে চুফী ধৰ্মৰ কৰুণা সম্পৰ্কে জনসাধাৰণৰ মাজত প্ৰচাৰ কৰি কেইবাবছৰো হাঞ্চীত থাকিল। তাত চুফী ধৰ্মৰ এটা বৃহৎ কেন্দ্ৰ গঢ়ি উঠে আৰু সেই পৰম্পৰা আজিলৈকে অব্যাহত আছে।

দিল্লীৰ খাজা কুতুবুদ্দিনৰ গুৰু খাজা মইনুদ্দিন আহি তেওঁৰ সংগী হয়। এই কালছোৱাত ফৰিদে তেওঁ বৰণ কৰা গুৰুজনাৰ নিৰ্দেশমতে চুফী ধৰ্মৰ কঠোৰ নীতি-নিয়মবোৰ পালন কৰি গৈছিল। ৰিপু দমন কৰি আধ্যাত্মিক আলোক লাভ কৰিবলৈ চিষ্টিৰ নিয়ম অনুযায়ী এইবোৰৰ অন্তৰ্গত আছিল কঠোৰ প্ৰায়শ্চিত্ত আৰু অহৰহ প্ৰাৰ্থনা। আটাইতকৈ কঠিন আধ্যাত্মিক অনুশীলনবিলাকৰ ভিতৰত এটা আছিল চিল্লা-ই-মাকুছ (চল্লিশ দিনৰ বাবে মূৰ তলৰ পিনে ওলোমাই নিৰন্তৰ প্ৰাৰ্থনা কৰা)। এই অনুশীলনটো অতি কঠোৰ বাবে চুফী গুৰুসকলে কেৱল অতি বিশিষ্ট লোকসকলকহে কৰিবলৈ উপদেশ দিছিল। অনুশীলনটোৰ সফল পৰিসমাপ্তিৰ পিছত চুফী আকাংখীজনক কুতুব (আক্ষৰিক অৰ্থত ধ্ৰুৱতৰা) নামৰ ইছলামপন্থীসকলৰ জীৱনী সাহিত্যৰ পৰম্পৰাৰ এটা উচ্চ উপাধিৰে বিভূষিত কৰা হৈছিল। অনুশীলনটো সাধাৰণতে মানৱ সংস্পৰ্শৰ-পৰা আঁতৰত কোনো এখন অকলশৰীয়া ঠাইত কৰিবলৈ লোৱা হৈছিল, আৰু

মূৰটো তলৰপিনে ওলোমাবলৈ বাচনি কৰা ঠাইখন আছিল এটা কুঁৱা, য'ত আকাংখীজনক চল্লিশ দিনৰ বাবে সদায় ৰাতিপুৱা ওলোমাই থৈ সূৰ্যাস্তত আকৌ তুলি অনা হৈছিল। স্বাভাৱিকতে এই কালছোৱাত তেওঁ উপবাস কৰিবলগীয়া হয় আৰু ৰাতিও বিশেষ একো আহাৰ গ্ৰহণ কৰিব নোৱাৰে। অনুমান হয় যে খাজা মইনুদ্দিন আৰু খাজা কুতুবুদ্দিনে এনে সময়তে ফৰিদক দেখে আৰু তেওঁৰ আত্ম-সংযম আৰু মন-আত্মা উদ্ভাসিত কৰা অন্তৰৰ জ্যোতিক অবলোকন কৰে। প্ৰীতি আৰু প্ৰশংসাৰ ভাবেৰে আপ্লুত হৈ খাজা মইনুদ্দিনে সোতৰ শতিকাৰ চিয়াৰ-উল-আক্টাব নামৰ বিবৰণীত লিপিবদ্ধ এই কেইশাৰী বিখ্যাত বাণীৰে তেওঁক আশিস প্ৰদান কৰে :

"কথিত আছে যে বিজ্ঞজনৰ ৰজা হজৰত খাজা মইনুদ্দিন হাচান চিজয়ী ( আল্লাই যেন তেওঁৰ গোপনতা ৰক্ষা কৰে ) আজমীৰৰপৰা দিল্লীলৈ অহাৰ সময়ত সৰ্বশ্ৰেষ্ঠ কুতুবজনে তেওঁৰ শিষ্যসকলক তেওঁৰ ত্ৰাণকাৰী গুৰুৰ আগত প্ৰদৰ্শন কৰে। তাৰ পিছত বিজ্ঞজনৰ ৰজাই প্ৰশ্ন কৰিলে—"গুৰু কুতুবুদ্দিন, এতিয়াও তোমাৰ কোনো শিষ্য বাকী আছেনে?" তেওঁ উত্তৰ দিলে, "মাচৌদ নামৰ এজন ফকীৰ চিল্লা ব্ৰতত নিমজ্জিত হৈ আছে বাবে আহিবলৈ অক্ষম হৈছে।" বিজ্ঞজনৰ ৰজাই থিয় হৈ ক'লে, "আহঁা, ময়ো সেই অৰণ্যখন চাওঁ।" তেতিয়া আধ্যাত্মিক অভিজ্ঞতাৰ অধিকাৰী দুই মহাপুৰুষ সেই বিশিষ্ট ব্যক্তিজনৰ নিৰ্জন ঘৰলৈ আহিল। দুৱাৰ খোল খাওঁতে প্ৰভু শ্বকৰগঞ্জক ইমান দুৰ্বল দেখা গ'ল যে তেওঁ শ্ৰদ্ধা নিবেদন কৰিবলৈ হাউলিবলৈকো অপাৰগ হ'ল। গতিকে তেওঁৰ চকুযুৰি অশ্ৰুসিক্ত হৈ পৰিল আৰু মাটিতে কপালখন লগাই থ'লে। বিজ্ঞজনৰ ৰজাই এই দৃশ্য দেখি মন্তব্য কৰিলে—"কুতুবুদ্দিন, আৰু কিমানদিন তুমি এই অভাগাক এই কঠোৰ অনুশীলনবোৰ কৰিবলৈ দি যাতনা দিবা? অহো, আমি তেওঁক আমাৰ আশীৰ্বাদ জনাওঁ।" গতিকে দুয়োজনে তেওঁৰ এখনকৈ হাতত ধৰিলে আৰু বিজ্ঞজনৰ ৰজাই তেওঁৰ মুখখন পিছৰপিনে ঘুৰাই প্ৰাৰ্থনা কৰিলে, "হে সৰ্বশক্তিমান ভগৱান, ফৰিদৰ প্ৰায়শ্চিত্ত গ্ৰহণ কৰা আৰু তেওঁক মহাপুৰুষ হিচাবে অভিষিক্ত কৰা।" লগে লগে এটা কণ্ঠস্বৰে উত্তৰ দিলে : "মই ফৰিদক গ্ৰহণ কৰিছো, মানৱজাতিৰ ভিতৰত ফৰিদ অদ্বিতীয় আৰু অতুলনীয়।" এই স্বৰ্গীয় বাণীয়ে শ্বেখ ফৰিদক আনন্দত উত্ৰাৱল কৰি পেলালে। সন্ত খাজা গৰাকীয়ে এই দৃশ্য দেখি চিষ্টি সন্তসকলৰ মুখে মুখে বাগৰি অহা 'মহান' উপাধিটো ফৰিদক প্ৰদান কৰিলে; লগে লগে স্বৰ্গীয় জ্ঞানৰ আভাৰ দ্বাৰা তেওঁ জ্যোতিষ্মান হৈ পৰিল, আৰু সৰ্বশক্তিমান প্ৰভু আৰু তেওঁৰ মাজত কোনো ব্যৱধান নাথাকিল। তেতিয়া বিজ্ঞজনৰ ৰজাই তেওঁক নিজস্ব বিশেষ পোছাক প্ৰদান কৰিলে, আৰু সৰ্বশ্ৰেষ্ঠ কুতুবজনে তেওঁক

নিজৰ পাগুৰি, গাৰ আলোৱান আৰু তেওঁৰ উত্তৰাধিকাৰী হ'বলৈ আৱশ্যকীয় সকলো বস্তু সমৰ্পণ কৰিলে। এজন কবিয়ে তেওঁৰ প্ৰশংসাত এই কবিতা ফাকি ৰচনা কৰিলে :

'ফৰিদে দুইজনা সন্তৰপৰা দুই জগতৰে আশিস লভিলে ।
পৃথিৱীৰ ৰজাৰপৰা তেওঁ ৰাজকীয় মৰ্যাদা পালে।
তেতিয়া জ্ঞানীসকলৰ ৰজাজনে সন্তোষৰে মন্তব্য দিলে।
"বন্ধুবৰ কুতুবুদ্দিনে এটা বিৰাট ৰাজকীয় ঈগল (শ্বাহবাজ) ফান্দত পেলালে।
যি বেহেস্তৰ বৃক্ষৰ তলৰ ক'তো বসতি নকৰিব।'

# মংগোল আক্ৰমণ

তুৰ্কীস্তানৰ উত্তৰ পিনে বসবাস কৰা মংগোল বা তাৰ্তাৰ নামৰ অঘৰী জাতিটোৰ আক্ৰমণেৰ বাৰ শতিকাৰ ইৰাণৰ বুৰঞ্জী সিচৰিত হৈ আছে। শ শ বছৰ জুৰি গঢ়ি উঠা মুছলমানসকলৰ মহৎ সভ্যতা, সংস্কৃতি আৰু নগৰীবোৰৰ ওপৰত ইহঁতে আক্ৰমণ চলাই আহিছিল। তেতিয়াও মুছলমান ধৰ্মত দীক্ষিত নোহোৱা এই অঘৰী জাতিবোৰে তুৰ্কীস্তান আৰু ইৰাণৰ সম্পদৰ প্ৰতি প্ৰলুব্ধ হৈ বাৰে বাৰে সৈন্য-সামন্ত লৈ আহিছিল। ইহঁতৰ আক্ৰমণ সুদূৰ গজনী আৰু হিৰাতলৈ সম্প্ৰসাৰিত হৈছিল আৰু এইবোৰ ঠাইৰ অধিবাসীসকলক হয় আত্মসমৰ্পণ অথবা প্ৰব্ৰজন কৰিবলৈ বাধ্য কৰিছিল। ইহঁতে প্ৰভূত পৰিমাণে সম্পত্তি লুটি লৈ গৈছিল আৰু পুৰুষ নাৰী নিৰ্বিশেষে হত্যা কৰিছিল বা দাস-দাসী কৰি লৈ গৈছিল। ইৰাণৰ মাজেৰে তুৰ্কীস্তানৰ পৰা বাগদাদলৈ শতাব্দী জুৰি মুছলমানৰ দেশবোৰ ধ্বংস কৰি চলা এই আক্ৰমণক ছাইকৃছে তেওঁৰ 'পাৰস্যৰ ইতিহাস' গ্ৰন্থখনত প্ৰলয় বুলি অভিহিত কৰিছে। এই আক্ৰমণবোৰৰ ফলত যি বিৰাট ক্ষয়ক্ষতি আৰু বিপৰ্যয়ৰ সৃষ্টি হৈছিল তালৈ চাই ছাইকৃছৰ এই মন্তব্য অত্যন্ত খাপখোৱা হৈছে। এখন জগৎ, এক বিৰাট সভ্যতা এই অথৰীবোৰে সম্পূৰ্ণ নিৰ্মূল কৰি পেলাইছিল, দেশবোৰক ভস্মীভূত কৰি ধ্বংস-প্ৰাপ্ত কৰিছিল। অৱশেষত ইহঁতে মুছলমানৰ জগতখনৰ ৰাজধানী বাগদাদ অধিকাৰ কৰি আব্বাছিদ খলিফাৰ শেষজনা মুতাছিন বিল্লাক অন্ধ সংস্কাৰৰ বৰ্বৰোচিত কাৰ্যৰে হত্যা কৰি পেলাইছিল। পাৰস্য ভাষাত লেখা প্ৰাচীন বুৰঞ্জীবিদসকলে এই ঘটনাবোৰৰ ক্ৰমণিকা কিছু সানমিহলি কৰি পেলাইছে; এওঁলোকে বাৰ শতিকাৰ আৰম্ভনীতে হোৱা এই আক্ৰমণবোৰৰ বাবে চেংগিজ খান জগৰীয়া কৰিছে। মংগোলসকলৰ সৰ্বশ্ৰেষ্ঠ আৰু আটাইতকৈ যশস্বী এই বীৰজনৰ জন্ম হৈছিল 1162 চনত; এওঁ 1175 চনত অধিনায়কত্ব গ্ৰহণ কৰি 1227 চনত মৃত্যুৰ সময়লৈকে এই ধ্বংসাত্মক বৃত্তি চলাই গৈছিল।

শেখ ফৰিদে জন্মগ্ৰহণ কৰা আৰু ডাঙৰ দীঘল হোৱা ( 1173—1265 ) কালছোৱাৰ পটভূমি হ'ল মুছলমানসকলৰ এই জগতখন আৰু কিছুকালৰ বাবে হ'লেও সি হ'ল এক সম্পূৰ্ণ সংস্কৃতিৰ ধ্বংসৰ এটা বিৰাট দুঃখজনক অধ্যায়। এই অনুভূতি পাৰ্ছি ভাষাত কবি ছাদিয়ে লেখা 'মাৰ্ছিয়া'ত ( লোকসংগীত ) গভীৰভাবে প্ৰকাশ পাইছে—প্ৰকাশ পাইছে মোগলসকলে বাগদাদ অধিকাৰ

কৰা আৰু মহাপুৰুষজনাৰ প্ৰতিনিধি হোৱাৰ পবিত্ৰতাৰ লগতে সম্ৰাটৰ ৰাজকীয় মৰ্যাদাও সমানে লাভ কৰি থকা ( যি কথা তেওঁৰ আমিৰ-উল-মোমিনিন অৰ্থাৎ বিশ্বাসীজনৰ অধিনায়ক হোৱাৰ পদবীতে প্ৰমাণিত হৈছে ) খলিফা মুস্তাছিমৰ হত্যাৰ বৰ্ণনাত। এই পৃথিবী কঁপোৱা ঘটনাটো হিজৰি 656 চনত পাৰ্ছি শাসকসকলৰ 'দ্বিতীয় খান বংশ'ৰ প্ৰতিষ্ঠাতা আৰু চেংগিজৰ নাতি হালাক খানৰ হাতত ঘটিছিল। সপ্তম শতিকা জুৰি প্ৰগতিৰ পথত অগ্ৰগতি লাভ কৰা, মুছলমানসকলৰ বিজয় আৰু শক্তি সংগ্ৰহৰ পথত মংগোলসকলৰ আক্ৰমণবোৰ আছিল প্ৰথম আৰু প্ৰধান অন্তৰায়—অথচ অতদিন ধৰি উন্নতিৰ ধাৰাবাহিকতাত মুছলমানসকলৰ এইবোৰ সাফল্য বিৰাট ঘটনা হিচাবেই পৰিগণিত হৈ আহিছিল। বাগদাদৰ পতন আৰু তাৰ ভয়ংকৰ পৰিণতি এক অবক্ষয়ী প্ৰক্ৰিয়াৰ চৰম পৰ্যায়ৰ বাহিৰে কিন্তু আন একো নাছিল। খ্ৰীষ্টান জগতখনৰ লগত ৰোমৰ প্ৰতীকী সম্পৰ্কৰ দৰেই বাগদাদৰো একে প্ৰতীকীৰূপে হোৱা বাবে চাৰিওফালৰ মুছলমানসকলৰ মনত দুঃখানুভূতি আৰু অসহায়তাৰ জন্ম হৈছিল। ইতিমধ্যেই উল্লেখ কৰা 'মাৰ্ছিয়া'ৰ আৰম্ভনীৰ কবিতামালাত ছাদিয়ে এনেদৰে বিলাপ কৰিছে :

'এই পৃথিবীত ৰক্তবৃষ্টি হোৱাটোৱে ভগৱানে বিচাৰে,  
বিচাৰে বিশ্বাসীসকলৰ অধিনায়ক,  
মুস্তাছিমৰ সাম্ৰাজ্যৰ ধ্বংস চাবলৈ।  
শুনা মহম্মদ! যদিহে ই সত্য হয়  
    তুমি অভিশপ্ত দিনটোত কবৰৰ পৰা ওলোৱাটো  
তেন্তে তুমি মূৰ তুলি এই অভিশপ্ত দিনটো  
মানবৰ ওপৰত নামি অহা চাবা!'

এই সৰু পুস্তিকাখনত মংগোলসকলৰ বিজয় অভিযানবোৰৰ খতিয়ান লোৱাটো, অথবা চেংগিজ খানই তেওঁৰ বৃহৎ অভিযানবোৰৰ ফলত কেনেকৈ ভাৰতলৈ আহি সিন্ধু আৰু মুলতানলৈ বোখাৰাৰ পৰাক্ৰমী মুছলিম ৰজা শ্বেখ জালালুদ্দিন খোৱাৰিজিম শ্বাহক খেদি আনিছিল তাক বিশদ ভাবে বৰ্ণনা কৰাটো সম্ভৱপৰ নহয়। এই জালালুদ্দিন মংগোলসকলৰ লগত তয়াময়া যুঁজ কৰি প্ৰাণ হেৰুৱাইছিল। চেংগিজ খানই যদিও ভাৰতৰ আৰু ভিতৰলৈ প্ৰবেশ কৰিব খোজা নাছিল ( 1221 ) তথাপিও মংগোলসকলে সৃষ্টি কৰা বিভীষিকাই দিল্লীৰ চুলতানৰ সিংহাসনকে কঁপাই তুলিছিল, কাৰণ চুলতানৰ ওচৰৰ সংলগ্ন কেতবোৰ ৰাজ্যই এই আক্ৰমণবোৰৰ চানেকি পাবলগীয়া হৈছিল। মুলতানৰ ওচৰৰ অসোধানত শ্বেখ ফৰিদে বসবাস কৰিবলৈ লৈ আধা-সভ্য জাতিবোৰৰ

মাজত ভগবৎ মহিমাৰ করুণাময় প্রচাৰ কার্য চলাই থকাৰ সময়তে এই ঘটনা ঘটিছিল।

বাৰ শতিকাৰ আৰু চেংগিজ খানৰ আগৰ মংগোল যুগৰ কেতবোৰ ঠাইৰ কেতবোৰ গ্রন্থৰ বর্ণনাত ( যদিও ক্রমণিকা আছিল সানমিহলি ) মংগোলসকলৰ লগত মুছলিম ৰাজকুমাৰসকলৰ অসার্থক যুদ্ধ-বিগ্রহৰ কথা পোৱা যায়। মুছলিম পণ্ডিত আৰু ধর্মগুৰুসকলৰ এই দেশলৈ প্রব্রজনৰ কাৰণ এই পটভূমিতে নিহিত হৈ আছে। শ্বেখ ফৰিদৰ নিজৰ ককাদেউতাই হেনো গজনীত মংগোলসকলৰ লগত যুদ্ধ কৰোঁতে মৃত্যুবৰণ কৰিছিল—এওঁ আছিল গজনীৰ শাসক পৰিয়ালৰ লগত আত্মীয়তাসূত্রে আবদ্ধ। এই ঘটনাটোৱে তেওঁৰ পৰিয়ালটোক ভাৰতত আশ্রয় ল'বলৈ বাধ্য কৰিছিল। এই অঞ্চলটো হ'ল মুলতানৰ ওচৰৰ যজনাবিদ অঞ্চল।

1221 চন মানত চেংগিজ খানৰ আক্রমণৰ আগতেই মংগোলসকলে উছ্ আৰু সিন্ধুৰ গৱর্ণৰ নাছিৰুদ্দিন কোৱাবাচাক নানান অত্যাচাৰ কৰিছিল। শ্বেখ ফৰিদৰ বয়স কুমলীয়া থকাৰ সময়তে নিশ্চয় এই ঘটনা ঘটিছিল। কোৱাবাচাই তেওঁৰ এই বিপদৰ সময়ত ধার্মিকপ্রবৰ খাজা কুতুবুদ্দিন বখতিয়াৰ কাকীৰ সহায় ভিক্ষা কৰিছিল। তেওঁ কোৱাবাচাক এপাট আশীর্বাদযুক্ত পবিত্র কাঁড় দি সেইপাট মংগোল শিবিৰৰ পিনে মাৰি পঠিয়াবলৈ নির্দেশ দিছিল আৰু কৈছিল যে সেই কাঁড়পাটে মংগোলসকলক পৰাস্ত কৰিব। এনে কৰাত মংগোল শিবিৰত কাঁড়ৰ এনে বৃষ্টি বৰষিবলৈ ধৰিলে আৰু তেওঁলোকৰ প্রতিৰক্ষা ব্যৱস্থা এনে বিপর্যস্ত হৈ পৰিল যে অৱৰোধ তুলি তেওঁলোক পলায়ন কৰিবলৈ বাধ্য হ'ল। এই ঘটনাটো ঘটিছিল পৰাক্রমী ইলটুৎমিছৰ ( ইল্টেমিছ ) ৰাজত্ব কালত যাৰ গবর্ণৰ কোৱাবাচাক মংগোলসকলে অত্যাচাৰ কৰিছিল। ইয়াৰ আগতেও কবি ফৰিদুদ্দিনৰ দিনত ( জন্ম 1119 ) অজস্র বিখ্যাত পার্ছী কবি আৰু পণ্ডিতৰ জন্মস্থান নিশাপুৰকো মংগোলসকলে আক্রমণ কৰিছিল। ব্রাউনৰ 'পাছি সাহিত্যৰ ইতিহাস'ত নাজমুদ্দিন কুব্রা নামৰ এজন পাৰ্ছি কবিয়ে মুছলিমসকলৰ বিধর্মী মংগোলসকলক প্রতিৰোধ কৰাৰ দৃঢ় সংকল্পৰ কথা বর্ণনা কৰা কবিতা এফাঁকি উদ্ধৃত কৰা হৈছে:

'সুৰাৰ পিয়লা খামুচি ধৰা আমি অভিজাত বংশৰ লোক,
ছাগলীৰ ছালেৰে জীবিকা নির্বাহ আমি কদাপি নকৰোঁ।
এহাতেৰে আমি বিশ্বাসৰ সুৰাৰ পিয়লা খামুচি ধৰোঁ,
আন হাতেৰে কাঢ়ি লওঁ বিধর্মীসকলৰ মানদণ্ড।'

আকৌ এই কথাও লিপিবদ্ধ কৰা আছে যে মুলতান আৰু উছৰ শাসনকৰ্তা ছেৰ খানে শ্বেক ফৰিদক অত্যাচাৰ কৰিছিল, যদিও এই সন্তজনৰ প্ৰতি তেওঁলোকৰ শত্ৰুতাৰ কাৰণ লিপিবদ্ধ কৰা হোৱা নাই। হয়তো ছুফীসকলৰ দলীয় অন্তৰ্বিৰোধ বা উলেমাসকলৰ মাজৰ গোঁড়াসকলৰ ষড়যন্ত্ৰই ইয়াৰ কাৰণ। ফৰিদে ধৈৰ্যেৰে এই অত্যাচাৰ সহ্য কৰিছিল। অৱশেষে ইয়াৰ শাস্তি ছেৰ খানে ঠিকেই পাইছিল, কাৰণ সেই একেটা বছৰতে বিধৰ্মী মংগোলসকলে তেওঁৰ ৰাজ্য আক্ৰমণ কৰিছিল।

1285 চনত পৰাক্ৰমী চুলতান বলবনৰ দিনত দাঁতি-কাষৰীয়া পঞ্জাব প্ৰদেশত মংগোলসকলে পুনৰ্বাৰ আক্ৰমণ চলাইছিল। তয়াময়া যুদ্ধ চলিছিল মুলতানৰ ওচৰতে আৰু ফলত দিল্লীৰ সৈন্যদল বিপৰ্যস্ত হৈ পৰিছিল আৰু সেই যুদ্ধতে চুলতানৰ পুত্ৰ ৰাজকুমাৰ মহম্মদৰ মৃত্যু হৈছিল। পিছত তেওঁক শ্বহীদ হিচাবে অভিহিত কৰা হয়। এই দুখে চুলতানৰ হৃদয় ভাঙি পেলাইছিল, ফলত কিছুদিনৰ পিছতে তেওঁৰ মৃত্যু হয়। কবি খুশ্ৰুৱে এই ঘটনাটোক লৈ এটি শোকগাঁথা (মাছিয়া) ৰচনা কৰিছিল। উল্লেখযোগ্য যে ইয়াতেই পোন প্ৰথমবাৰৰ বাবে সেই অঞ্চলটোৰ নাম 'পঞ্জাব' বুলি লিপিবদ্ধ কৰা হয়। চুলতানৰ সৈন্যদলত এজন বিষয়া হিছাবে কাম কৰা শ্বেখ ফৰিদৰ পুত্ৰ নিজামুদ্দিনৰো সেই যুদ্ধত মৃত্যু হয়। এই যুদ্ধতে ৰাজকুমাৰ মহম্মদৰ সৈন্যদলৰ অনুগামী কবি আমিৰ খুশ্ৰুক মংগোলসকলে বন্দী কৰি লৈ যায়। এটা কবিতাৰ পংক্তিত তেওঁ ইয়াৰ যন্ত্ৰণাবোৰ এনেদৰে বৰ্ণাইছে :

'মই—যিজনে গোলাপসম বস্তুও কঢ়িওৱা নাই—
সেই মোকেই মংগোলে মূৰত বোজা দি আদেশ দিছিল—আগ বাঢ় !'

800 হিজৰি চনত (1400 চন) লেখা 'ছিয়াৰুল আউলিয়া'তো মংগোলৰ অত্যাচাৰৰ বিষয়ে অলপ বৰ্ণনা আছে। ফিৰোজ শ্বাহ তোঘলকক (1352-1388) তেওঁৰ অমাত্যবৰ্গই এনে আশাৰে ৰাজপাটত বহুৱাইছিল যেন একমাত্ৰ তেৱেঁহে মংগোল আক্ৰমণক বাধা দিব পাৰিব। ইয়াৰ আগতে 1328 চনত তেওঁৰ পূৰ্ব-পুৰুষ মহম্মদ তোগলকে চামাটাই মংগোলসকলৰ আক্ৰমণৰো মুখামুখি হ'বলগা হৈছিল। দিল্লীৰ পৰা দেওগিৰিলৈ ৰাজধানী বদলি কৰা তেওঁৰ দুৰ্ভাগ্যজনক সিদ্ধান্তৰ সপক্ষে দিয়া যুক্তিবোৰৰ এটা আছিল এয়ে যে নতুন ৰাজধানী মংগোল-সকলৰ আক্ৰমণৰ পৰা সাৰি থাকিব পাৰিব। মংগোলসকলে উদ্ৰেক কৰা বিভীষিকা আজিও পঞ্জাবৰ মানুহৰ সমগ্ৰ জাতিটোৰে স্মৃতিত সোমাই আছে। পঞ্জাবী ভাষাত মূৰ্খ অত্যাচাৰী মানুহক উজমথ বা উজবেক বুলি কোৱা হয়— এই নামটোৱে পশ্চিম এছিয়াৰ উজবেক নামৰ মংগোলৰ লগত সম্পৰ্ক থকা

এটা জাতিৰ কথাই সোঁৱৰাই থাকে—যি পঞ্জাবীসকলৰ বিভীষিকাস্বৰূপ হৈ পৰিছিল।

এই ঘটনাবোৰৰ কিছুদিন পিছত মংগোলসকল লাহে লাহে মুছলিম ধৰ্মত দীক্ষিত হ'বলৈ ধৰিছিল, গতিকে নিয়তিৰ এনে বিধানেই হ'ল যে যি লোকসকল এদিন ইছলাম ধৰ্মৰ ধ্বংসকাৰী আছিল, সেইসকল লোকেই পিছৰ শতিকাবোৰত মুছলিম ধৰ্ম আৰু সংস্কৃতিৰ আটাইতকৈ শক্তিশালী হোতা আৰু ৰক্ষাকৰ্তা হৈ পৰিল। চৌধ্য শতিকাৰ শেষৰ পিনে আবিৰ্ভূত হোৱা তাইমুৰে তেওঁৰ পূৰ্বপুৰুষ চেংঘিজ খানৰ দৰে এক বিশাল অঞ্চলত জুই আৰু তৰোৱালৰ দ্বাৰা অত্যাচাৰ সংঘটিত কৰিলেও ইছলামৰ নামতে সেই বিজয়-অভিযানবোৰ চলাইছিল। তেওঁৰ বংশৰ বাবৰে ভাৰতবৰ্ষত এনে এক সাম্ৰাজ্য স্থাপন কৰিলে যি পৃথিৱীৰ ভিতৰতে এক অপূৰ্ব মুছলিম সাম্ৰাজ্য হিচাবে খ্যাতি লাভ কৰিলে আৰু শাসন আৰু সাংস্কৃতিক উৎকৰ্ষৰ এক মহান পৰম্পৰা ৰাখি থৈ গ'ল। উদুৰ্ৰ এষাৰি বিখ্যাত কথাৰে কবি ইকবালে মংগোলৰ ধৰ্মান্তৰণৰ বিষয়ে জনাই থৈ গৈছে:

'মন্দিৰৰ পৰাই কাবাই নিজৰ অভিভাবকসকলক বিচাৰি আনিছিল।'

# খাজা কুতুবুদ্দিনৰ উত্তৰাধিকাৰ

এজন শিষ্য আৰু অনভিজ্ঞ পুৰুষ হিচাবে শেখ ফৰিদে তেওঁৰ গুৰু খাজা কুতুবুদ্দিনৰ প্ৰতি চূড়ান্ত আনুগত্য প্ৰদৰ্শন কৰে আৰু প্ৰবাদ মতে, সম্পূৰ্ণভাৱে তেওঁৰ আজ্ঞাবহ হৈ থাকে। শেখ বা আধ্যাত্মিক গুৰুজনৰ প্ৰতি একপ্ৰকাৰ অন্ধ আনুগত্য চুফী ধৰ্মৰ ঐতিহ্যৰ এক প্ৰতিষ্ঠিত ৰীতি আছিল। এই ধৰণৰ উৎসৰ্গীকৃত মনোবৃত্তিৰ উদাহৰণ ভাৰতৰ 'ভক্তি' পৰম্পৰাতো পোৱা যায়—এনে আনুগত্যৰ বহুতো উল্লেখযোগ্য আখ্যান আছে। শেখ ফৰিদৰ বিষয়ে এই কাহিনী প্ৰচলিত আছে যে দিল্লীত খাজাজনৰপৰা আধ্যাত্মিক শিক্ষালাভ কৰি থাকোঁতে, এদিন খুব চেঁচা ৰাতিপুৱা তেওঁ আনদিনাৰ দৰে গুৰুজনৰ গা-ধোৱা পানী গৰম কৰাৰ যো-জা কৰিবলৈ ধৰে। ঘৰত জুই নথকা বাবে তেওঁ জুই ধৰিবলৈ এটুকুৰা জ্বলন্ত কয়লা বিচাৰি ওলায়। এক কেঁচা-ঘৰৰ মালিকনীৰ দেখনিয়াৰ তৰুণজনৰ প্ৰতি আসক্তি ওপজে আৰু তেওঁক জোচেফক পতিফাৰৰ স্ত্ৰীয়ে (ইছলাম পৰম্পৰাৰ মতে জুলেইখা) কৰাৰ দৰে নিজৰ কুহকৰে বন্দী কৰিবলৈ বিচাৰে। নিষ্পাপ যুৱকজনে এই ছলনাৰ আগত হাৰ মানিব নুখুজিলে, কিন্তু এটুকুৰা জ্বলন্ত কয়লা পোৱাৰ আন কোনো উপায় নেদেখি প্ৰতিদান-স্বৰূপে নিজৰ চকু এটাকে হতাশ মানুহজনীক দি দিলে। কোৱা হয় যে গুৰুজনে তেওঁৰ চকুটো নষ্ট হোৱা দেখি সেইটো ভাল কৰি দিবলৈ ভগৱানক প্ৰাৰ্থনা কৰিলে; তেওঁৰ এই প্ৰাৰ্থনা সফল হ'ল।

শেখ ফৰিদ বহুকাল হাঞ্চীত আছিল, তাত তেওঁক উপাসনাৰ কেন্দ্ৰ এটা প্ৰতিষ্ঠা কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল। এই কেন্দ্ৰটো আজিও আছে; তেওঁৰ আনুগত শিষ্য শেখ জামালুদ্দিনে তাত শেখ ফৰিদৰ পৰম্পৰা অব্যাহত ৰাখে। এই কেন্দ্ৰত শেখ ফৰিদে সৰ্বসাধাৰণৰ আগত স্বৰ্গীয় সত্যবোৰ উন্মোচন কৰিছিল। তেওঁৰ গুৰু খাজা কুতুবুদ্দিন ধৰ্মগুৰু (কুতুব) হৈ থকা দিল্লীলৈ তেওঁ যাত্ৰা কৰাত হাঞ্চীৰ চাৰিওপাশৰ গ্ৰামীন অঞ্চলবোৰৰ ভক্তবোৰে তেওঁৰ বিৰহ অনুভৱ কৰিছিল। এবাৰ জনৈক চাৰহাংগাই তেওঁৰ ভৰিত পৰি ক্ৰন্দনৰত হৈ তেওঁক দিল্লীলৈ ইমান সঘনাই নেযাবলৈ প্ৰাৰ্থনা কৰে, কিয়নো তেনেকৈ গৈ থাকিলে তেওঁৰ ভক্তসকলে তেওঁৰ মুখদৰ্শন কৰি আশীৰ্বাদ ল'ব নোৱাৰে। এই ঘটনাই শেখ ফৰিদৰ হৃদয় বিশেষভাৱে স্পৰ্শ কৰে। ইয়াৰ পিছত শেখ ফৰিদে হাঞ্চী ত্যাগ কৰে।

শ্বেখ ফৰিদে শেষ বাৰৰ বাবে হাঞ্চীলৈ যাবলৈ দিল্লী ত্যাগ কৰাৰ সময়ত ফৰিদৰ গুৰু খাজা কুতুবুদ্দিনে মৃত্যুৰ দিন চমু চাপি অহাৰ কথা উপলব্ধি কৰি সজল নয়নে তেওঁৰ মৰমৰ শিষ্যক কয়— "ফৰিদুদ্দিন, মোৰ জীৱনৰ শেষ মুহূৰ্তত তুমি মোৰ ওচৰত নাথাকিবা বুলি মই জানো। কিয়নো এয়াই হৈছে ভগৱানৰ ইচ্ছা। তুমি দুই বা তিনদিন পিছতহে আহিবা।" এই বুলি কৈ তেওঁ ফতিহা (কোৰানৰ প্ৰথম ফাকি) আবৃত্তি কৰিলে আৰু ফৰিদক যাবলৈ অনুমতি দি ক'লে—"মোৰ পৰা তোমাৰ প্ৰাপ্য কাজী হামিদুদ্দিনৰ হাতত দিয়া হ'ব। হাঞ্চীৰপৰা আহি পোৱাৰ লগে লগে তাক তুমি তেওঁৰপৰা গ্ৰহণ কৰিবা।" তাৰ পিছত শ্বেখ ফৰিদ হাঞ্চীলৈ আহিল আৰু বেছ কিছুদিনৰ বাবে তাত থাকিল। সৰ্বশ্ৰেষ্ঠ কুতুবজনে ইহলীলা সম্বৰণ কৰাৰ দিনা ৰাতি শ্বেখ ফৰিদে খাজা কুতুবুদ্দিনে তেওঁক আহিবলৈ আহ্বান কৰাৰ সপোন দেখিলে। তেওঁ তৎক্ষণাৎ দিল্লী অভিমুখে ৰওনা হয় আৰু যাত্ৰাৰ তৃতীয় দিনা সেই ঠাই পায়গৈ; তাত তেওঁ ত্ৰাণকৰ্তা গুৰুৰ সমাধিটো দেখে! কাজী হামিদুদ্দিনৰ হাতত থকা গুৰুজনৰ তাপলি মৰা পোছাকযোৰ আৰু অন্যান্য বস্তুবোৰ তেওঁক সমৰ্পণ কৰা হয়।

কাজীজনে তেওঁক কয়—"খাজাজনে এই ঠাইৰ (দিল্লী) চোৱা-চিতা কৰাৰ দায়িত্ব আপোনাৰ অনুচৰসকলৰ হাততে অৰ্পণ কৰিছে (অৰ্থাৎ হামিদুদ্দিনকে)।"

শ্বেখ দিল্লীত তিনিদিনৰ বাবে থাকিল, আৰু চতুৰ্থ দিনা প্ৰভাত-বন্দনাৰ পিছত হাঞ্চীলৈ বুলি খোজ ল'লে। দিল্লীবাসীসকলে তেওঁক নাযাবলৈ অনুনয়-বিনয় কৰিলে, কিন্তু শ্বেখ ফৰিদে তেওঁলোকক ক'লে—"গুৰুৱে মোৰ ওপৰত যি ভাৰ ন্যস্ত কৰিছে, মই যতেই নাথাকোঁ কিয় তাৰ দায়িত্ব মোৰেই।" এইদৰে তেওঁ হাঞ্চীলৈ গুছি আহে; তাত তেওঁ প্ৰভুত খ্যাতি অৰ্জন কৰে আৰু বহুতো মানুহে তেওঁক সন্মান প্ৰদৰ্শন কৰে।

খাজা কুতুবুদ্দিনে এই ক্ষণ-ভংগুৰ ধৰাধাম ত্যাগ কৰে হিজৰি 665 চনত (খ্ৰীষ্টাব্দ 1240-ৰ ওচৰা-ওচৰি)। তেওঁ গুৰু খাজা মইনুদ্দিনে দিল্লীৰ তত্ত্বাবধান কৰিবলৈ দিয়া আদেশ অনুসৰি দিল্লীত বসতি স্থাপন কৰিছিল। তেওঁ দিল্লীত চুফী কৰুণাৰ এক মহৎ পৰম্পৰা এৰি থৈ গৈছে যাৰ পৃথিৱী-বিখ্যাত কুতুব মিনাৰৰ বাহিৰে আন আন প্ৰতীকসমূহ হ'ল—কুতুবুদ্দিনৰ শিষ্যৰ শিষ্য শ্বেখ নিজামুদ্দিন আউলিয়াৰ সমাধি-গৃহ, আৰু যোৱা আঠ শতিকাত এই নগৰীত আত্মপ্ৰকাশ কৰা বৃহৎ সংখ্যক পণ্ডিত আৰু শাস্ত্ৰজ্ঞ ব্যক্তি। চিষ্টি সন্তসকলৰ পৰম্পৰা মতে খাজা কুতুবুদ্দিন আৰু তেওঁৰ গুৰুৱে কোনো পুথি এৰি থৈ যোৱা নাই, তেওঁলোকৰ কথোপকথনবোৰ লিপিবদ্ধ কৰি বংশানুক্ৰমে প্ৰচাৰ কৰি অহা হৈছে। খাজা মইনুদ্দিনে তেওঁৰ আগত এজন প্ৰকৃত চুফীৰ সংজ্ঞা

দাঙি ধৰি এই তিনিটা আৱশ্যকীয় গুণ উল্লেখ কৰে : ভগৱানলৈ ভয় ( খৌফ ), ভগৱানৰ ইচ্ছাৰ আগত সম্পূর্ণ বশ্যতা ( ৰেজা ), আৰু ভগৱানৰ প্ৰতি প্ৰেম ( মহব্বত্ )। ইয়াৰ ভিতৰৰ প্ৰথমটো, অর্থাৎ ভয়ৰ প্ৰয়োজন হ'ল নৰকৰ যাতনাৰপৰা হাত সাৰিবলৈ কু-কার্য পৰিত্যাগ কৰিবৰ বাবে। আত্মসমৰ্পণ অন্তর্নিহিত হৈ আছে ভগৱানৰ প্ৰতি প্ৰেমতে, গতিকে ঈশ্বৰপ্ৰেমীজনে পৰমাত্মাৰ বাহিৰে আন একো বিষয়ে চিন্তা কৰিব নালাগে, কিয়নো এই সৃষ্টিৰ সকলো ক্ষণস্থায়ী। অস্তিত্বৰ চিত্ৰকৰজনাই সকলো সৃষ্টিকে বর্ণাইছে পৱিত্ৰ কোৰাণৰ এইষাৰ বাণীৰেই : "সকলো শেষ হৈ যাব, থাকিব মাথোন ঈশ্বৰৰ অনুভূতি।"

মৃত্যুৰ আগতে গুৰুৱে খাজা কুতুবুদ্দিনক আন যিবোৰ তত্ত্ব শিকাইছিল সেইবোৰ হ'ল : 'মই তোমাক দিয়া চুফীধৰ্মৰ এই চিনবোৰ আমাৰ সম্প্ৰদায়ৰ পূর্বপুৰুষসকলে পৱিত্ৰ মহাপুৰুষজনাৰ পৰা লাভ কৰিছিল। মই সেই দায়িত্বসমূহ পালন কৰিছিলো; এতিয়া সেই দায়িত্ব তোমাৰ ওপৰত ন্যস্ত। মোৰ প্ৰিয় পুত্ৰ, ভগৱৎ জ্ঞানেৰে উদ্বুদ্ধসকল সূৰ্যৰ দৰে, যি সমগ্ৰ বিশ্ব আলোকিত কৰে। তেওঁলোকে নিজৰ স্বৰ্গীয় জ্ঞানৰ ৰশ্মি সমস্ত মানবজাতিৰ মাজত বিকিৰণ কৰে। ভগৱানৰ উপাসকসকলৰ স্থান দেবদূতসকলতকৈও ওপৰত। চাৰিটা গুণে মানবক তেওঁৰ অহমিকাৰ পৰা মুক্ত কৰে : প্ৰথমে, আত্মত্যাগ ( দেৰ্ভিশ্বি ) কৰি নিজকে চহকী কৰা; দ্বিতীয়তে, ক্ষুধাৰ্ত হৈ থাকিলেও সদায় পৰিপূর্ণ অনুভৱ কৰা; তৃতীয়তে, নানা লোকৰ উদ্ৰেক হ'লেও আনন্দময় হৈ থকা আৰু চতুর্থতে বেয়াৰ প্ৰতিদান ভালেৰে দিয়া।'

খাজা মইনুদ্দিনৰ পৰা পোৱা মহৎ শিক্ষাবোৰ খাজা কুতুবুদ্দিনে তেওঁৰ প্ৰধান শিষ্যজনলৈ আৰু লগতে সমগ্ৰ মানবজাতিলৈকো প্ৰেৰণ কৰে। তেওঁৰ মৃত্যুৰ দিনটো অগণন জনতাৰ বাবে শোকৰ দিন আছিল। তেওঁ নিজেই আগতে তেওঁৰ কবৰৰ বাবে এটুকুৰা স্থান বাছি থৈছিল। মৃত্যুৰ মুহূৰ্তত তেওঁ শহীদ হোৱাৰ পৱিত্ৰ সুখৰ সমগোত্ৰীয় স্বৰ্গীয় প্ৰেমৰ মধুৰ যন্ত্ৰণা বৰ্ণোৱা এই ফাঁকি কবিতা লৈ আনন্দত আত্মহাৰা হৈ আছিল :

> 'নিজকে বিলাই দিব পৰা চুৰিকাৰ স্পৰ্শৰ বাবে লালায়িত সকলে,
> প্ৰত্যেক মুহূর্ততে মৰণৰ পৰা পায় নতুন জীৱন।'

তেওঁৰ অন্ত্যেষ্টিক্ৰিয়াত অজস্ৰ জনগণৰ সমাবেশ হৈছিল, আৰু চুলতান শ্বামচুদ্দিন ইলতুৎমিছ আৰু সকলো অভিজাত লোকেই ইয়াত উপস্থিত আছিল। বহুতো ভক্তই অনুভৱ কৰিছিল যে তেওঁৰ সমাধিৰ পৰা এই বাণী ভাহি অহা তেওঁলোকে শুনিবলৈ পাইছিল :

> 'মোক তোমাৰ দৰেই জীৱন্ত বুলি ভাবি লোৱা ! যেতিয়া তোমাৰ নশ্বৰ দেহ আগুৱাই আহে, মই মোৰ আত্মাৰে তোমাৰ লগত মিলিত হওঁ।'

পূৰ্বতে উল্লেখ কৰাৰ দৰে গুৰুৰ প্ৰতি শ্বেখ ফৰিদৰ আনুগত্য আদৰ্শ আছিল। শ্বেখ নিজামুদ্দিনৰ শিষ্য শ্বেখ নাচিৰুদ্দিন-চিৰাঘ-ই-দেহলীয়ে তেওঁৰ 'চাহমেলৰ কথাবতৰা'ত উল্লেখ কৰিছে যে শ্বেখ ফৰিদে খাজা কুতুবুদ্দিনৰ উদ্দেশ্যে দিয়া বাণীসমূহ এজন কবিয়ে এইদৰে ৰূপায়ন কৰিছে :

'যি তোমাৰ প্ৰিয়, তেওঁ চিৰকালৰ বাবে ধন্য ;
তোমাৰ কৰুণাই কৰা নাই কাকো বিমুখ,
কোনটো ধূলিকণাই তোমাৰ আশিস লভি
সহস্ৰ সূৰ্যতকৈ দীপ্ত হৈ উঠা নাই ?'

অসংখ্য লোকে তেওঁক শ্ৰদ্ধা যাচিবলৈ আহি থকা বাবে তেওঁ হাঞ্চী ত্যাগ কৰি অজোধানলৈ যায়। এই নিজম ঠাইখনে তেওঁক সন্তুষ্ট কৰে, কিয়নো ইয়াত তেওঁ বাধা-বিঘিনি নোহোৱাকৈয়ে তেওঁৰ আধ্যাত্মিক অনুশীলনবোৰ চলাই যাবলৈ পাৰে। তাতো সেই অঞ্চলৰ গণ্য-মান্য লোকসকল তেওঁৰ প্ৰতি আসক্ত হৈ তেওঁৰ শিষ্য হৈ পৰে। তেওঁৰ দৰ্শন বিচাৰি অহা মানুহৰ বৃহৎ সমদলবোৰে তেওঁক বিৰক্ত কৰে। তেওঁ আন কোনোবা ঠাইলৈ গোৱাৰ কথা ভাবিলে। কিন্তু তেওঁৰ গুৰুৱে তেওঁক তাতেই থাকিবলৈ আদেশ দিছিল। গতিকে তেওঁ সেই ঠাইত নিগাজীকৈ বসতি স্থাপন কৰিলে। এদিন চুলতান গিয়াচুদ্দিন বলবনে তেওঁক শ্ৰদ্ধা নিবেদন কৰিবলৈ আহিল যাৰ ফলত আকৌ বহুসংখ্যক লোকৰ সমাবেশ হ'ল। এই কথাত তেওঁ অসন্তুষ্ট হৈ অস্বস্তি বোধ কৰিবলৈ ধৰিলে। ঠিক সেই সময়ত তেওঁ দেৱদূত এজনৰ পৰা এই ধৰণৰ এটা বাণী শুনিলে : 'হে শ্বেখ, এই মানুহবিলাকৰ কাৰণে বিৰক্ত নহবা। ধৈৰ্যৰে সিহঁতৰ কোলাহল সহ্য কৰা।' সেই দিনৰ পৰা তেওঁ কাকো তেওঁৰ দৰ্শন লাভ কৰাৰ পৰা বিৰত কৰা নাছিল আৰু সকলো কথা ধৈৰ্যৰে সহ্য কৰিছিল।

পাৰ্চীভাষাত লেখা শ্বেখৰ জীৱনৰ আগছোৱাৰ বৰ্ণনাবোৰত তেওঁৰ দিল্লীলৈ যাত্ৰাসমূহ, ভাৰতত চিষ্টিয়া সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা খাজা মইনুদ্দিনৰ ঠাই আজমীৰলৈ কৰা তীৰ্থযাত্ৰা, ৰাজধানীৰ পৰা প্ৰায় এশ মাইল দূৰত হাঞ্চীত কেইবাবাৰো দীঘলীয়াকৈ থকাৰ কথা আদিৰ উল্লেখ আছে। এই যাত্ৰাবোৰৰ সময় সঠিকভাবে নিৰূপণ কৰাটো টান, কিন্তু মূল কথাবোৰৰ সম্পৰ্কে সন্দেহৰ অবকাশ নাই। চিল্লা (চল্লিশ দিনৰ বাবে ধ্যান আৰু প্ৰায়শ্চিত্ত) ব্ৰতটো দিল্লীত পালন কৰা হৈছিল। আজমীৰত এক প্ৰবাদ আছে যে এই ব্ৰত তাতহে পালন কৰা হৈছিল। যদিও এনে এখন পুণ্য ঠাইত চিল্লাব্ৰত পালন কৰাটো একো আচৰিত কথা নহয়, তথাপি কঠোৰ প্ৰায়শ্চিত্ত কৰি খাজা মইনুদ্দিন আৰু খাজা কুতুবুদ্দিন, এই দুই মহাপুৰুষৰ পৰা আশীৰ্বাদ আৰু সন্মানৰ স্মাৰক লাভ কৰাৰ পিছত শ্বেখ ফৰিদৰ আন এটা চিল্লা পালন কৰাৰ কোনো প্ৰয়োজন নাছিল। তেওঁ এতিয়া

এজন সৰ্বজনস্বীকৃত 'শ্বেখ' বা আধ্যাত্মিক শিক্ষক হিচাবে নিজেই এটা শিক্ষাদান আৰু ধৰ্মপ্ৰচাৰৰ কেন্দ্ৰ খুলিব পৰা অৱস্থাত আছিল।

আদিভাগৰ চুফীসকল জীৱনৰ সাধাৰণ ভোগ-বিলাস পৰিহাৰ কৰা, ঐশ্বৰ্যশালী আৰু শক্তিমানসকলৰ পৰা দূৰত থকা আৰু অতি কঠোৰ জীৱন যাপন কৰা অত্যন্ত কৰুণাময় আৰু সাধুস্বভাৱৰ লোক আছিল। যদিও শ্বেখ ফৰিদে দিল্লীৰ কাষৰ হাঞ্চীত কিছু সময় কটাইছিল, তেওঁৰ বোধহয় পশ্চিমৰ পিনে, অৰ্থাৎ মুলতানৰ ওচৰত বাপেকে পৰিয়ালৰ বাবে বাসস্থান নিৰ্মাণ কৰা খটোৱাল বা কথিৱাল নামৰ এখন ঠাইলৈ উভতি যোৱাৰ হাবিয়াস আছিল। এইখন আছিল জীৱনৰ প্ৰায় সকলো ধৰণৰ সুখ-স্বাচ্ছন্দ্যবিহীন এখন বনৰীয়া আৰু অনুৰ্বৰ ঠাই। ইয়াতেই তেওঁৰ গুৰু খাজা কুতুবুদ্দিনে তেওঁক বসতি স্থাপন কৰিবলৈ আজ্ঞা দিছিল। 'তুমি গৈ কোনো এখন মৰুময় অঞ্চলত বসবাস কৰাগৈ।' (ভিৰানা)

সেইবাবে ফৰিদে শতদ্ৰু নদীৰ পশ্চিম ফালৰ সুঁতি এটাৰ পাৰৰ অজোধান নামৰ এখন ঠাই বাছি ল'লে। এই ঠাইখন বৰ্তমান পঞ্জাবৰ (পাকিস্তান) মণ্টগোমেৰী (চাহিৱেল) জিলাৰ অন্তৰ্ভুক্ত এখন উন্নত সৰু চহৰ। ই উচ্, মুলটান আৰু দেৰাজাটলৈ যোৱা পথবিলাকৰ সংগমস্থলত অৱস্থিত আছিল, গতিকে চহৰখন এখন বাণিজ্যিক কেন্দ্ৰ হৈ উঠাৰ সম্ভাবনা আছিল। নৈখনৰ ওপৰেৰে ফেৰীৰে যাতায়ত কৰাৰ বন্দবস্ত আছিল। এই ফেৰীৰ নাম আছিল পাট্টান-পঞ্জাবী আৰু ই বহুতো ভাৰতীয় উপভাষাত বহুল ব্যৱহৃত এটা শব্দ। পিছত ইয়াক ব্যৱহাৰ কৰি ধন্য কৰা মহাপুৰুষজনৰ নামত ইয়াক পাক-পাট্টান (পবিত্ৰ নৌকা) বুলি কোৱা হ'ল। আজিকোপতি সেই নামেৰেই অভিহিত হৈ আছে। গুৰু নানকৰ 'জীৱন'ত তেওঁ শ্বেখ ইব্ৰাহিম (ব্ৰাহ্ম্) নামৰ শ্বেখ ফৰিদৰ এজন উত্তৰাধিকাৰীক পাট্টানত (অৰ্থাৎ পাক-পাট্টানত) লগ পোৱাৰ কথা উল্লেখ আছে।

অজোধান বা পাক-পাট্টান 'বাৰ' (বননি-অঞ্চল) নামৰ এখন ঠাইত অৱস্থিত। এতিয়াও 'জংলী' বুলি জনাজাত স্থানীয় অধিবাসীসকল জীৱিকাত গো-পালক আৰু স্বভাৱত কিছু আদিম প্ৰবৃত্তিৰ। গৰু চুৰ কৰাত সিহঁত আচৰিত ধৰনে সিদ্ধহস্ত আৰু সিহঁতৰ মাজত স্বাক্ষৰৰ সংখ্যা এতিয়াও কম। পঞ্জাৱত ঘজনিভীৰ শাসন প্ৰতিষ্ঠিত হোৱাৰ পিছৰ শতিকাবোৰত ধৰ্মান্তৰ গ্ৰহণ কৰি সিহঁত এতিয়া ইছলাম ধৰ্মত বিশ্বাসী। ব্ৰিটিছ শাসকসকলে প্ৰথম মহাসমৰৰ আগত আৰু পিছত প্ৰাক্তন সৈন্যবাহিনীৰ লোকক (প্ৰধানকৈ শিখ সম্প্ৰদায়ৰ) ৰেহাই মূল্যত মাটি দি তাত বসবাস কৰোৱাই উপনিবেশ গঢ়ি তোলে। নতুনকৈ খন্দা খালবোৰৰ ফলত ঠাইখনলৈ সমৃদ্ধি আহে। এতিয়া ইয়াৰ সকলো শিখে সীমান্ত পাৰ হৈ ভাৰতলৈ প্ৰব্ৰজন কৰিছে। চিয়াৰুল ঔলিয়াথনৰ মতে শ্বেখ

ফৰিদে তেওঁৰ চৌব্বিছ বছৰ বয়সত পৰা অবশিষ্ট জীৱন অজোধানতে কটালে। একেটা উৎসৰ পৰা পোৱা খবৰ মতে অনুমান হয় যে আগতে তেওঁ ‘কাষতে এখন নদী থকা’ লাহোৰত হে বসবাস কৰিব খুজিছিল, কিন্তু গুৰু কুতুবুদ্দিনৰ আদেশ সাৰোগত কৰি শ্বেখজনে মৰুময় অজোধানত থকাৰ সপক্ষে সিদ্ধান্ত ল’লে।

তালৈ গৈ পোৱাৰ পিছত, শ্বেখ ফৰিদে নিজৰ বাবে কেঁচা মাটিৰে এটা বাসস্থান সাজিলে আৰু মাকক নতুন ঘৰলৈ আনিবলৈ ভায়েক শ্বেখ নাজিবুদ্দিন মুটাৱাক্কিলক (আক্ষৰিক অৰ্থত ভগৱানৰ কৃপাৰ ওপৰত নিৰ্ভৰশীলজন) পঠিয়ালে। এই দুৰ্গম আৰু অনুৰ্বৰ অঞ্চলৰে ভ্ৰমণ কৰি থাকোঁতে মাকে অতিশয় তৃষ্ণা অনুভৱ কৰিলে। পানী সহজে পাবলৈ নাছিল। শ্বেখ নাজিবুদ্দিনে মাকক এৰি পানীৰ সন্ধানত গ’ল। উভটি আহি তেওঁ মৰুভূমিৰ এডাল বনৰীয়া, খৰা-প্ৰতিৰোধকাৰী বৃক্ষৰ তলত এৰি যোৱা মাকৰ কোনো চিন-চাব নেদেখিলে। গতিকে তেওঁ এই ব্যাখ্যাত উপনীত হ’ল যে কোনো বন্য প্ৰাণীয়ে মাকক ভক্ষণ কৰিলে। কিছুদিন পিছত এই অঞ্চলত পোৱা মানুহৰ হাড়-মূৰ শ্বেখ ফৰিদৰ মাকৰে বুলি ধৰি লোৱা হ’ল। এইবোৰ এটা মোনাত ভৰাই অজোধানত তেওঁৰ ওচৰলৈ লৈ অহা হ’ল। এই অস্থি লৈয়েই শ্বেখ ফৰিদে মৃতকৰ শেষ কৃত্য সম্পন্ন কৰিলে, আৰু বিদায়ী আত্মাৰ প্ৰতি ভগৱানৰ অনুকম্পা জগাবলৈ প্ৰাৰ্থনাৰ আয়োজন কৰিলে।

অজোধানত শ্বেখ ফৰিদে এক অনাড়ম্বৰ আৰু কল্যাণমূলক কাজ-কৰ্মৰে পৰিপূৰ্ণ জীৱন যাপন কৰিলে। অঞ্চলটোত কেৱল বনৰীয়া গছ আৰু খৰা প্ৰতিৰোধ কৰা জোপোহাৰহে জন্ম হৈছিল। মানুহবোৰো বন্য প্ৰকৃতিৰ আছিল আৰু খিয়লা-খিয়লিত মগ্ন থাকিছিল। এনে মানুহৰ মাজত আৰু এনে এখন ঠাইত বসতি স্থাপন কৰাটো আছিল এজন সন্তপুৰুষে ইতিহাসত তেওঁৰ সমগোত্ৰীয়সকলৰ উদাহৰণ অনুসৰি স্বইচ্ছাই নিজকে এক পৰীক্ষাত অৱতীৰ্ণ কৰোৱাৰ লেখীয়া এক কাৰ্য।

শ্বেখ ফৰিদৰ বিখ্যাত শিষ্য নিজামুদ্দিন আউলিয়াই দিল্লীৰ পৰা অজোধানলৈ এক কষ্টসাধ্য যাত্ৰা সমাপন কৰি শ্বেখ ফৰিদক অন্ততঃ তিনিবাৰ লগ ধৰিছিল। তেওঁৰ বৃত্তান্ত অনুযায়ী সেই ঘৰত খাবলৈ সদায় কম থাকিছিল, আৰু পৰিয়ালবৰ্গ আৰু শিষ্যসকলে পত্ৰহীন কাঁইটীয়া জোপোহাত হোৱা ‘দেলা’ নামৰ এবিধ বনৰীয়া টেঙা ফল আহাৰ কৰিব পাৰিলে ধন্য মানিছিল। এই অঞ্চলত পোৱা আৰু এবিধ বনৰীয়া ফল হ’ল পিলু। এই মিঠা গুটিৰ দৰে ফলটো গ্ৰীষ্মৰ মাহ কেইটাত পকে। কঠিন, কাঁইটীয়া আৰু খৰা প্ৰতিৰোধ কৰা জান্দ আৰু কিকাৰেই হ’ল ইয়াত গজা একমাত্ৰ গছ। জান্দ গছৰ মোটামুটি

সুস্বাদু এবিধ গুটি লাগে—যিবিধ ভেড়া আৰু ছাগলীৰ বাবে ভাল আহাৰ। সেই উষ্ম অঞ্চলত নয়ন জুৰ পেলাবলৈ আৰু বিশেষ একো নাছিল।

শ্বেখ ফৰিদে দান-দক্ষিণা সংগ্ৰহ কৰিবলৈ জান্বিল বুলি ভিক্ষাৰ পাত্ৰ এটা প্ৰায়েই পঠিয়াই দিছিল। এজন চুফী ভিক্ষুৱে কৰিবলগীয়া আচৰণ অনুযায়ী এই কাৰ্য সম্পাদিত কৰা হৈছিল। বোধহয় কেৱলমাত্ৰ প্ৰথমৰ দিনেহে এনে হৈছিল, কিয়নো তেওঁৰ করুণা আৰু যন্ত্ৰণা লাঘৱ কৰা আৰোগ্যকাৰী স্পৰ্শৰ খ্যাতি বিয়পাৰ পিছত মানুহৰ বৃহৎ সমদল নিজেই তেওঁৰ ওচৰলৈ আহি তেওঁক ইছলাম ধৰ্মত ফুটুহ বুলি জনাজাত শ্ৰদ্ধাঞ্জলি যাচিবলৈ ধৰিলে। চিষ্টি মহাপুৰুষসকলৰ চানেকি লৈ তেওঁ সদ্য-দীক্ষিত চুফীসকল আৰু আনৰ বাবেও এক খানকাহ বা ধৰ্মশালাৰ পৰম্পৰা অব্যাহত ৰাখে। ইয়াৰ বাহিৰেও তেওঁ অচিনাকি পথিকক আহাৰ, আশ্ৰয় আৰু আধ্যাত্মিক শিক্ষা দিবলৈ আৰু চুফী ধৰ্মৰ বিভিন্ন আচাৰৰ পৰা লভা আনন্দোচ্ছাসৰ অংশীদাৰ কৰিবলৈ এটা প্ৰাৰ্থনা-গৃহো খোলে। ইয়াত শ্বেখ ফৰিদে ভ্ৰামামান পণ্ডিত, অন্যান্য চুফী সন্তপুৰুষ আৰু তেওঁৰ আশিষ পাবলৈ ইচ্ছুক জনগণক আপ্যায়ন কৰিছিল। তেওঁ ভাৰতবৰ্ষৰ সন্তসকলৰ ৰীতি অনুধাৱন কৰি এখন ঢাৰি বা মজিয়াত বহি তেওঁক আগুৰি বহি থকাসকলক বাণী শুনাইছিল। যদিও তেওঁৰ উক্তিবোৰত ইছলামৰ নৈষ্ঠিক আনুষ্ঠানিক দিশ আৰু চুফী পৰম্পৰাত প্ৰচলিত আৰবিক আৰু পাৰ্চী ভাষাৰ আধ্যাত্মিক শব্দ-সম্ভাৰৰ প্ৰাচুৰ্য আছিল, তথাপিও তেওঁৰ বাণীসমূহ স্বাভাৱিকতেই সৰ্বসাধাৰণৰ বোধগম্য ভাষাত ব্যক্ত কৰা হৈছিল।

প্ৰথম কথা এই ভাষাটো আছিল দিল্লীৰ ওচৰ-পাজৰৰ অঞ্চলৰ তেতিয়া প্ৰচলিত হিন্দী বা হিন্দাৰী মিহলি পঞ্জাৱী ভাষাৰ উপভাষা মুলতানী,—যি মুলতানী আছিল তেওঁৰ মাতৃভাষা। তদুপৰি সেই অঞ্চলবোৰতে তেওঁৰ ধৰ্মপ্ৰচাৰৰ প্ৰথম কালছোৱাও তাতেই—বিশেষকৈ হিন্দী ভাষাৰ লগত সম্পৰ্ক থকা হাঞ্চীত অতিবাহিত হৈছিল।

ইছলামৰ পৰম্পৰাই তেওঁৰ দীৰ্ঘকালৰ ধৰ্মীয় জীৱনৰ বাণীসমূহৰ প্ৰায় একোৱেই সংৰক্ষণ কৰা নাই, আৰু তেওঁৰ কথোপকথন আৰু উক্তিসমূহ বিশুদ্ধ পাৰ্চীভাষাত বৰ্ণনা কৰিছে—তথাপি এইটো প্ৰকট যে এই বৰ্ণনাবোৰৰ লগত তেওঁৰ উক্তিবোৰ আখৰে আখৰে মিলি যোৱা নাই। স্বাভাৱিকতেই তেওঁৰ দৰে সুধীবৃন্দৰ লগত তেওঁ পাৰ্চী ভাষাত ভাব বিনিময় কৰিছিল; কিন্তু বাইজৰ লগত তেওঁলোকৰ ভাষাতে কথা পাতিছিল। এনেকি পণ্ডিত হোৱাৰ পিছতো ভাৰতবৰ্ষৰ সন্তপুৰুষসকলে আজিকোপতি এইটো কামকে কৰি আছে। শিখসকলৰ পবিত্ৰ গ্ৰন্থ গ্ৰন্থচাহিবত সংৰক্ষিত হোৱা তেওঁৰ মাতৃভাষাত মুলতানীত লেখা কবিতাৰ ই এক অংশ বিশেষ; ঘটনাটো এক সৌভাগ্যজনক কথা বুলিয়েই অভিহিত কৰিব লাগিব। এই বিষয়ে আৰু পিছত কোৱা হব।

# ধৰ্মপ্ৰচাৰক শ্বেখ ফৰিদৰ জীৱনৰ কিছুমান প্ৰতিচ্ছবি

শ্বেখ ফৰিদে খাদ্য আৰু বস্ত্ৰৰ ক্ষেত্ৰত অত্যন্ত সংযম আৰু আত্মত্যাগৰ পৰিচয় দিছিল। কোৱা হয় যে তেওঁ শৰীৰটো কথমপি আবৃত কৰিব পৰাকৈ এখন আলোৱান লৈ শুইছিল। উপবাসৰ মাহ ৰমজানত মাত্ৰ এগিলাচ চৰবত পান কৰি তেওঁ দিনটোৰ বাবে খাদ্য আৰু পানীৰ লগতে হোৱা বিচ্ছেদ ভংগ কৰিছিল। তেওঁৰ বাবে অনা মিঠা পানীৰ পাত্ৰটোৰপৰা মাত্ৰ একাপ ৰাখি বাকীখিনি তেওঁৰ ওচৰত উপস্থিত থকা লোকসকলৰ মাজত বিতৰণ কৰি দিছিল। এই মানুহবোৰ সাধাৰণতে কোনো ধৰণৰ মিঠা খাদ্যৰে উপবাস ভংগ কৰিবলৈ সক্ষম নোহোৱা দুখীয়া লোক আছিল। শুদা মজিয়াত বহিয়েই আহাৰ গ্ৰহণ কৰিছিল, আৰু আঢ্যৱন্ত মুছলমানসকলে সাধাৰণতে ব্যৱহাৰ কৰা চাবি-পাটী বা চুফ্ৰা পৰিহাৰ কৰিছিল।

চুলটান নাচিৰুদ্দিন মাহমুদ মুলটানৰ ওচৰৰ উছ্‌লৈ অহাৰ সময়ত অজোধানলৈ আহি শ্বেখ ফৰিদক শ্ৰদ্ধাঞ্জলি দিবলৈকে সিদ্ধান্ত ল'লে। সমগ্ৰ ৰাজকীয় সেনাবাহিনীটো সন্তৰ দৰ্শন লভিবলৈ সৰু চহৰ অজোধানলৈ আহে। শ্বেখজনৰ পক্ষে এই হাজাৰ হাজাৰ মানুহৰ সন্মুখত নিজকে দৃশ্যমান কৰাটো সম্ভৱ নাছিল বাবে তেওঁৰ পোছাকৰ একাংশ ঘৰৰ ছালৰপৰা ওলোমাই দিয়া হ'ল। মানুহৰ জুমবোৰ আহি তাকে চুমা খাই বিদায় ল'লে। এই প্ৰতীকৰ উপাসনাৰ বাবে এনে দলদোপ-হেন্দোলদোপ লাগিল যে ই শতচ্ছিন্ন হৈ পৰিল। তেতিয়া তেওঁৰ দৰ্শনপ্ৰাৰ্থীসকলৰ মিনতিত শ্বেখজন নিজে এটা মছজিদলৈ আহি তেওঁৰ চাৰিওফালে এক বৃত্ত ৰচনা কৰিবলৈ শিষ্যসকলক নিৰ্দেশ দিলে, যাতে সমদলবোৰ কিছু দূৰত থাকে, আৰু জনগনে তেওঁক দৰ্শন কৰি উভতি যাব পাৰে। শিষ্যবিলাকে সেইমতে কাম কৰিলে। হঠাৎ এজন ফেৰাছে (ঘৰৰ ভৃত্য) শিষ্যবিলাকৰ বৃত্তটো ভেদ কৰি শ্বেখজনৰ চৰণত সাষ্টাংগে প্ৰণিপাত কৰি চৰণযুগলত চুমা খাবলৈ শ্বেখজনক তেওঁৰ পিনে টানিবলৈ ধৰিলে। এনেকুৱা কৰি ফেৰাছজনে ক'লে—'হে শ্বেখৰো শ্বেখ ফৰিদুদ্দিন, তুমি কি ক্ষুন্ন হৈছা? তুমি কিন্তু এই আশীৰ্বাদৰ বাবে সবাতোকৈ মহান ভগৱানক ধন্যবাদ দিব লাগে।' ফেৰাছজনৰ এই কথা শুনি শ্বেখজনে তেওঁৰ অন্তৰ

গভীৰভাৱে আলোড়িত হোৱাৰ দৰে চিঞৰি উঠিল, আৰু ফেৰাছজনক আশীৰ্বাদ দি তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। তাৰ পিছত শ্বেখজনে মৰমিয়াল অন্তৰৰ আৱশ্যকতা, আৰু আনৰ প্ৰতি করুণাময় ব্যৱহাৰ কৰাৰ ওপৰত বক্তব্য ৰাখিলে।

এটা আখ্যান আছে যে এই সময়তে চুলটানেও শ্বেখ ফৰিদক ভৱিষ্যতৰ চুলটান উজীৰ বলবনৰ যোগেদি কেইখনমান গাঁও আৰু কিছু অৰ্থ উপহাৰ দিয়ে। শ্বেখজনে টকাখিনি দুখী আৰু অভাৱগ্ৰস্তসকলৰ মাজত বিলাই দিয়ে। গাঁওকেইখনৰ স্বত্ব প্ৰত্যাখ্যান কৰি তেওঁ চুলটানক এইফাকি কৱিতা পঠিয়াই দিলে :

'ৰজাই আমাক গাঁও দান কৰি ঋণী কৰি ৰাখে।
আমাৰ দাতাই আমাক পালন কৰে, কিন্তু ঋণ নিবিচাৰে।'

ইয়াৰ বাহিৰেও তেওঁৰ জনগণৰ মংগলৰ প্ৰতি থকা ব্যগ্ৰতাৰ চিনস্বৰূপ এই উপদেশ চুলটানলৈ প্ৰেৰণ কৰে :

'তোমাৰ সাম্ৰাজ্য ঈশ্বৰক ভয় কৰা উজীৰৰ হাতত অৰ্পণ কৰা।'

এয়া আছিল শ্ৰেষ্ঠতম চুফীসকলৰ চিৰাচৰিত সন্তোষ আৰু পাৰ্থিব বস্তুৰ প্ৰতি বিতৃষ্ণাৰ এক নিদৰ্শন।

শ্বেখ ফৰিদ সহানুভূতিশীল আৰু ক্ষমাপৰায়ণ আছিল! এবাৰে এজন তান্ত্ৰিকে যাদুমন্ত্ৰৰে তেওঁৰ অনিষ্ট সাধন কৰিবলৈ বিচাৰিলে। বহুদিন জুৰি শ্বেখে ৰোগ ভুগি থকাত আৰু সকলো চিকিৎসা ব্যৰ্থ হোৱাত গম পোৱা যায় যে এই তান্ত্ৰিকে শ্বেখৰ এটা ক্ষুদ্ৰ প্ৰতিমূৰ্তি কৰি তাত কাঁইট সুমুৱাই মাটিৰ ভিতৰত পুতি থৈছে। মাটি খান্দি মূৰ্তিটো উলিয়াই কাঁইটবোৰ বাহিৰ কৰি দিওঁতে শ্বেখজন সুস্থ হৈ উঠিল। অজোধানৰ স্থানীয় মূখিয়ালজনে তান্ত্ৰিকজনৰ মৃত্যুদণ্ড বিহাৰ প্ৰস্তাব দিলে, কিন্তু শ্বেখে তেওঁক ক্ষমা কৰিলে আৰু তেওঁৰ জীৱন ৰক্ষা কৰিলে।

এবাৰ এজনী তিৰোতা ভয়ত আতুৰ হৈ শ্বেখৰ ওচৰলৈ আহিল আৰু অভিযোগ কৰিলে যে যাদুবিদ্যাত পাৰ্গত এজন যোগীয়ে আসুৰিক শক্তিৰে যাতনা দিয়াৰ ভীতি প্ৰদৰ্শন কৰি তাইক দৈনিক গাখীৰ সৰবৰাহ কৰিবলৈ বাধ্য কৰিছে, যদিও তেনেকৈ গাখীৰ দিয়াটো দুখীয়া মানুহজনীৰ কাৰণে প্ৰায় দুঃসাধ্য আছিল। কথিত আছে যে মানুহজনীক পুতৌ কৰি শ্বেখজনাই যোগীৰ যাদুৰ কু-প্ৰভাৱ আঁতৰ কৰে আক তাই দৈনিক গাখীৰ উপঢৌকন দিয়াৰ পৰা ৰক্ষা পৰে।

কিন্তু শ্বেখ ফৰিদ আধ্যাত্মিক অনুশীলন আৰু অনাড়ম্বৰ জীৱন-যাত্ৰাৰ দ্বাৰা আহৰণ কৰা অসাধাৰণ ক্ষমতাবোৰ ব্যৱহাৰ কৰিবলৈ বৰ বেছি ইচ্ছুক নাছিল। কুশক্তি দূৰ কৰিবলৈ তেওঁৰ ওচৰলৈ মানুহে মাদুলি বিচাৰি অহাত এইদৰে মাদুলি

দিয়াটো উচিত হব নে নহয় সেই বিষয়ে তেওঁৰ গুৰু খাজা কুতুবুদ্দিনৰ পৰামৰ্শ বিচাৰিলে। খাজাজনে উত্তৰ দিলে: 'মানুহৰ অভিলাষ পূৰণ কৰা মোৰ বা তোমাৰ কৰ্ম নহয়। যিহেতু এটা মাদুলি ভগৱানৰ নাম আৰু ভগৱানৰ আদেশ স্বৰূপ, গতিকে লিখি দিয়া আৰু বাঞ্ছা কৰাজনক দি দিয়া।' এনে ধৰণৰ সংস্কাৰমুক্ত মনোবৃত্তিয়ে এই সন্তপুৰুষসকলক নিজকে মায়াবী শক্তিৰ অধিকাৰী দাবী কৰা আৰু নানা তন্ত্ৰ-মন্ত্ৰক অভ্যাস কৰা লোকসকলৰ পৰা পৃথক কৰিছে। শ্বেখ ফৰিদক কোনো জনশূন্য স্থানত বসতি কৰাৰ নিৰ্দেশ দিয়াৰ সময়ত খাজা কুতুবুদ্দিনে ভগৱানৰ আশীৰ্বাদৰ চিৰন্তন ৰহস্য আৰু ধৈৰ্যৰ প্ৰয়োজনতালৈ আঙুলিয়াই দিবলৈ নিম্নোক্ত পংক্তিৰ উদ্ধৃতি দিয়ে—

'হিংস্ৰ সিংহও তোমাৰ ওচৰত হৰিণাৰ দৰে নিৰীহ হৈ পৰিব ;
দুখ আৰু বেদনাই তোমাৰ অসুখৰ ঔষধ স্বৰূপ হ'ব।'

মানুহৰ তেওঁৰ প্ৰতি থকা অটল বিশ্বাস আৰু ভক্তিৰ নিদৰ্শনৰ বহুতো অলৌকিক আখ্যান আছে। এবাৰ বোলে তেওঁৰ ওচৰলৈ তীৰ্থযাত্ৰী হিচাবে অহা মানুহ এজনে বাটত গণিকা এজনী লগ পালে। তাই তেওঁক প্ৰলুব্ধ কৰিবলৈ চেষ্টা কৰিছিল। আত্মসংযম হেৰুৱাৰ লগে লগে মানুহজনে হঠাৎ অনুভৱ কৰিলে তেওঁক যেন কোনোবাই সজোৰে চৰ এটাহে মাৰি দিছে। লগতে এটা অদৃশ্য মাত কঠোৰভাবে সোঁৱৰাই দিছে যে তেওঁৰ বৰ্তমানৰ কাৰ্যই তেওঁ দৰ্শন কৰিবলৈ যোৱা ব্যক্তিজনৰ পবিত্ৰতাক কলুষিত কৰিছে। এই সাৱধান বাণীয়ে মানুহজনক তেওঁ কৰিবলৈ ওলোৱা ব্যভিচাৰৰ পৰা বিৰত কৰে। তেওঁ গৈ শ্বেখ ফৰিদৰ সন্মুখত উপস্থিত হোৱাত শ্বেখজনে ক'লে, 'তুমি পথত বৰ ভাল সাৱধানবাণী শুনিলা।' শ্বেখৰ অলৌকিক শক্তি সম্পৰ্কে মানুহৰ বিশ্বাস দৃঢ় কৰা ঘটনাবোৰৰ ভিতৰত ইয়ো আছিল অন্যতম।

এজন মুখীয়ালৰ হৈ শ্বেখলৈ এশ টান্‌কাৰ উপহাৰ লৈ যাবলৈ আদেশ পোৱা এজন মানুহৰ বিষয়ে আন এটা কাহিনী আছে। এই মানুহজনে কিন্তু সেই উপহাৰৰ পৰা পঞ্চাশটা মোহৰ লুকাই ৰাখিলে। যেতিয়া তেওঁ শ্বেখৰ ওচৰ পাই বাকী অৰ্দ্ধেক মোহৰ আগবঢ়াই দিলে, তেতিয়া শ্বেখে হাঁহি মাৰি ক'লে, 'তুমি ভাতৃসুলভ মনোবৃত্তিৰেই ভাগ-বতৰা কৰি ল'লা।' মানুহজনে তেতিয়া নিজৰ দুৰ্নীতিত লজ্জিত হৈ ক্ষমা ভিক্ষা কৰিলে আৰু ধনখিনিৰ বাকী অংশ শ্বেখৰ আগত ৰাখিলে। মানুহজনৰ অনুশোচনা দেখি শ্বেখজনে তেওঁৰ ওপৰত কৃপা বৰ্ষণ কৰিলে আৰু তেওঁক অনুচৰৰ দলত সামৰি ল'লে। পিছত শ্বেখে এইজন ব্যক্তিকে চিষ্টানৰ পিনে ধৰ্মপ্ৰচাৰক হিচাবে পঠিয়ায়।

মুলটান আৰু উছৰ শাসনকৰ্তা শ্বেখ খানৰ লগত শ্বেখৰ সম্পৰ্ক মধুৰ নাছিল।

তেওঁ কিন্তু তিক্ততাপূৰ্ণ এটা শব্দও উচ্চাৰণ কৰা নাছিল বা কোনো প্ৰতিশোধ-মূলক ভাব প্ৰকাশ কৰা নাছিল, বৰঞ্চ সহনশীলতাৰ এই মহান প্ৰকাশনাৰে সন্তুষ্ট আছিল।

'হায়, তুমি মোৰ বিষয়ে প্ৰকৃত কথাটো নাজানা ; যেতিয়া জানিবা, তেতিয়া তোমাৰ অনুৰাগ হ'ব।'

ভগৱানৰ চিন্তাত মগ্ন হৈ থকা শ্বেখজনে কাচিৎ হে নিজৰ পৰিয়ালৰ কথা ভাবিছিল। পাৰ্থিৱ সম্পৰ্কবোৰৰ প্ৰতি এই ধৰণৰ উদাসীনতা শ্ৰেষ্ঠ সন্তসকলৰ বৈশিষ্ট্য আছিল। শ্বেখ ফৰিদৰ নিজামুদ্দিন নামে এজন প্ৰিয় পুত্ৰ আছিল, তেওঁ চুলটানৰ সেনাবাহিনীৰ এজন বিষয়া আছিল। এইজন পুত্ৰ 1287 চনত মংগোলবিলাকৰ লগত ৰণ কৰোতে নিহত হয়। দূৰণিত থকাৰ সময়ত এই পুতেকজনে শ্বেখৰ ওচৰলৈ যাবলৈ ওলোৱা মানুহ এজনৰ আগত দেউতাকলৈ শ্ৰদ্ধা জ্ঞাপন কৰি পঠায়। শ্বেখক এই বাৰ্তা প্ৰেৰণ কৰাৰ বহুত পিছতহে তেওঁ ভগৱানৰ ধ্যানত মগ্ন হৈ থকা অৱস্থাৰ পৰা ওলাই আহিল আৰু তেওঁলৈ সশ্ৰদ্ধ ওলগ জনোৱা মানুহজনৰ পৰিচয় ভাবি উলিওৱাতে ভালেখিনি সময় ল'লে।

আৰু এবাৰ তেওঁৰ পত্নী তেওঁৰ ওচৰলৈ আহি বিনালে যে তেওঁলোকৰ সন্তানটি অভুক্ত হৈ মৰিল। শ্বেখজনে তেওঁৰ মানসিক স্থিতাৱস্থা অটুঠ ৰাখি কেৱল এইবুলি মন্তব্য দিলে—'ভগৱানৰ দাস এই মাচাউদ ভগবানৰ বিধানৰ বিৰোধিতা কৰিবলৈ কি কৰিব পাৰে? যিহেতু সি এই নশ্বৰ পৃথিবী ত্যাগ কৰিছে, তাৰ শৰীৰৰ সংকাৰ কৰা।'

তেওঁৰ চৰম আড়ম্বৰহীনতাই কেতিয়াবা একো নতুন পোছাক পিন্ধিবলৈ অমান্তি হোৱাৰ ৰূপ ধাৰণ কৰিছিল। এবাৰ এজন লিগিৰাই ধাৰ কৰি মছলা-যুক্ত নিমখ আনিছিল, কিন্তু ঋণ কৰা ধনৰে এনে বিলাস কৰাটো পাপ হব বুলি শ্বেখে সেই নিমখৰে প্ৰস্তুত কৰা খাদ্য খাবলৈ অস্বীকাৰ কৰিলে।

# চৰিত্ৰ আৰু শিক্ষা

শ্বেখ ফৰিদ তেওঁৰ যুগৰ ইছলামৰ এজন বিদগ্ধ পণ্ডিত আছিল। তেওঁ ধৰ্মশাস্ত্ৰৰ বিভিন্ন বিষয়ত শিক্ষা সংস্কৃতিৰ মহান কেন্দ্ৰ মুলতানত নিৰ্দিষ্ট সময়ৰ ভিতৰতে শিক্ষা লাভ কৰে। এই মুলতানতে একে সময়তে তেওঁৰ সম্পৰ্কীয় ভাতৃ শ্বেখ বাহাউদ্দিন ছুৰাবৰ্দিয়ে মুছলমানসকলৰ ধৰ্মীয় জীৱনৰ আঁচনি প্ৰস্তুত কৰাত ব্যস্ত আছিল। পিছত ফৰিদে শিক্ষা দানৰ কেন্দ্ৰ হিচাবে 'সমৰখণ্ড আৰু বোখাৰা'ৰ সমকক্ষ বুলি দাবী কৰা দিল্লীত তেওঁৰ জ্ঞান আহৰণ শিক্ষা সাং কৰে। শ্বেখ বাহাউদ্দিনে যে গভীৰ আধ্যাত্মিক প্ৰভাৱ বিস্তাৰ কৰিছিল, তাৰ প্ৰমাণ পোৱা যায় তেওঁৰ সন্মানাৰ্থে বাহাৱলপুৰ চহৰখন তেওঁৰ নামেৰে নামকৰণ কৰা কাৰ্যত। সেই অঞ্চলৰ ধৰ্মীয় সাম্ৰাজ্যৰ তেওঁ শ্বেখ ফৰিদৰ সতে সমানে অংশীদাৰ আছিল— যদিও তেওঁৰ মহান শিষ্য শ্বেখ নিজামুদ্দিন আউলিয়াৰ যোগেদি শ্বেখ ফৰিদে প্ৰভাৱ বিস্তাৰ কৰা ঠাই বহুত বেচি বিস্তৃত আছিল। এই নিজামুদ্দিন আউলিয়াৰ দিল্লীৰ দৰ্গালৈ বহু শতিকা জুৰি ৰজা, মন্ত্ৰী, কবি আৰু সন্তসকলৰ সোঁত বৈ আহিছে। শ্বেখ ফৰিদৰ প্ৰজ্ঞাৰ বাবে তেওঁক সদায়ে শ্বেখউল ( ইছলামৰ সৰ্বশ্ৰেষ্ঠ ধৰ্মগুৰু ) আৰু শ্বেখ-ই-কবীৰ ( সৰ্বশ্ৰেষ্ঠ শ্বেখ বা ধৰ্মগুৰু ) বুলি অভিহিত কৰি অহা হৈছে। পঞ্জাবৰ এক জনশূন্য, আওহতীয়া ঠাইত থাকিও তেওঁ নিজৰ ওচৰলৈ আশীষ আৰু জ্ঞান বিচাৰি অহা বহুতো ভক্তক আকৰ্ষিত কৰিছিল। তেওঁৰ প্ৰতি সকলোৰে শ্ৰদ্ধা ইমানেই গভীৰ আছিল যে তেওঁৰ মৃত্যুৰ এশ বছৰৰ পিছতো বিজেতা টাইমুৰে সমগ্ৰ ইছলাম জগততে আধিপত্য বিস্তাৰ কৰি ভাৰতবৰ্ষত পদাৰ্পণ কৰাৰ সময়ত শ্বেখ ফৰিদৰ সমাধি থকা অজোধানৰ কোনো অনিষ্ট কৰা নাছিল। এনেকি তেওঁ মহাপুৰুষজনৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিবলৈ সেই সমাধি গৃহৰ ওচৰেদি যাওঁতে নিজৰ যাঠিডাল তলত দোঁৱাই গৈছিল।

ধৰ্মান্তৰৰ ক্ষেত্ৰত শ্বেখ ফৰিদ আৰু অন্যান্য চুফী মহাপুৰুষসকলে কৰা কামৰ বিষয়ে ইছলামৰ জীৱনী-লেখকসকলে বহুতো কথা লেখিছে। এইবিলাক কথা নিশ্চয় সঁচা। কিন্তু এই মহাপুৰুষসকলে যিবিলাক নীতি অবলম্বন কৰিছিল তাৰ উদ্দেশ্য আছিল নিজৰ জীৱনৰ মহৎ আদৰ্শেৰে জনসাধাৰণক উদ্বুদ্ধ কৰা আৰু সুমধুৰ শব্দৰ প্ৰয়োগেৰে তেওঁলোকক মোহিত কৰা। শ্বেখ ফৰিদ আৰু অন্যান্য চুফীসকলে প্ৰায়ে হিন্দু যোগীসকলৰ লগত আধ্যাত্মিক আলোচনাত বহিছিল। এই কথোপকথনৰ সময়ত এক স্বতঃস্ফূৰ্ত আধ্যাত্মিক আদান-প্ৰদানৰ পৰিবেশ

সৃষ্টি হৈছিল আৰু এই সন্তসকলে পৰস্পৰৰপৰা বহুত কথা শিকিব পাৰিছিল। বহুতো ঠাইত এনে কথা লিখা আছে যে চুফীসকলে পাছ-ই-আলফাছ বুলি অভিহিত কৰা যোগীসকলৰ প্ৰাণায়ামৰ অভ্যাসো এনেধৰণৰ সমাবেশত কৰা হৈছিল। মহাপুৰুষসকলৰ এনে পাৰস্পৰিক সান্নিধ্যৰ ফলত আধ্যাত্মিক সমস্যাবোৰৰ ক্ষেত্ৰত তেওঁলোকে এক উভৈহতীয়া দৃষ্টিভংগী গ্ৰহণ কৰিব পাৰিছিল আৰু হিন্দু-মুছলমান উভয় সম্প্ৰদায়ক তিক্ততাবিহীন নৈতিক আৰু আধ্যাত্মিক শিক্ষা প্ৰদান কৰিবলৈ সমৰ্থ হৈছিল। এই পটভূমিত চুফী সন্তসকলৰ যোগেদি ইছলাম ধৰ্মলৈ যিমানবোৰ ধৰ্মান্তৰিত হৈছিল তাৰ সকলোৰে মূলতে আছিল প্ৰেমপূৰ্ণ আৰু প্ৰকৃত ভক্তিৰ দৃষ্টিভংগী। গোঁড়ামীৰপৰা আঁতৰি থকা বাবে চুফীসকলক তীব্ৰ সমালোচনা কৰা ধৰ্মসাধকসকলৰ মনোবৃত্তি কিন্তু সম্পূৰ্ণ পৃথক আছিল।

পৰস্পৰৰ প্ৰতি অসূয়া আৰু ঘৃণাই কাহিল কৰি পেলোৱা ধৰ্মৰ জগতখনলৈ যে চুফীসকলে শান্তি ঘূৰাই আনিলে এটা ঘটনাই তাৰ স্বাক্ষৰ বহন কৰিছে। এবাৰ কোনোবা এজন ব্যক্তিয়ে দিয়া এখন কেচি শ্বেখ ফৰিদে লবলৈ অসন্মতি জনালে। 'তাৰ সলনি মোক বেজী এটাহে দিয়া, কিয়নো মই মিলন ঘটাবলৈহে আহিছোঁ, বিচ্ছেদ ঘটাবলৈ নহয়।' ত্ৰয়োদশ শতিকাৰ ইছলামৰ মহান অতিন্দ্ৰীয়বাদী কবি জালালুদ্দিন ৰুমীৰ মাছনাভীত উল্লেখ থকা নিম্নোক্ত বিখ্যাত আপ্তবাক্যৰ লগত শ্বেখ ফৰিদৰ এই উক্তি মিলি যায়:

'তুমি পৃথিৱীলৈ আহিছা মিলন ঘটাবলৈকে, বিচ্ছেদ ঘটাবলৈ নহয়।'

সুমধুৰ, প্ৰেমপূৰ্ণ আচাৰ-ব্যৱহাৰেৰে চুফীসকলে সকলোৰে অন্তৰ জয় কৰে। তেওঁলোক কিন্তু শাসক আৰু বিত্তবান লোকৰপৰা আঁতৰত থাকিছিল। অনাড়ম্বৰ জীবন-যাপন কৰাটো তেওঁলোকৰ ৰীতি আছিল। কোনো চুফীয়ে চহকী আৰু প্ৰতাপী লোকৰ লগত কোনোধৰণৰ লেনদেন কৰিলে তেওঁ আৰু নিজ সম্প্ৰদায়ৰ চকুত প্ৰকৃত চুফী হৈ নাথাকিছিল। শ্বামাল নামক চৰকাৰী চাকৰি তেওঁলোকৰ বাবে নিষিদ্ধ আছিল। জীৱন-যাপনৰ ক্ষেত্ৰত এই পবিত্ৰতাৰ ফলত তেওঁলোকে ৰজা আৰু মুখীয়াল ব্যক্তিসকলৰ বন্ধুত্বক নেওচা দিব পাৰিছিল আৰু শ্বেখ নিজামুদ্দিন আউলিয়াৰ নিচিনাকৈ স্বেচ্ছাচাৰী শাসকৰ বিৰুদ্ধে থিয় দিব পাৰিছিল। এবাৰ কোনো এক ব্যক্তিয়ে শ্বেখ ফৰিদক তেওঁৰ বাবে বলবনলৈ চিঠি এখন লেখি দিবলৈ অনুৰোধ কৰিলে—বলবনৰ ফৰিদৰ প্ৰতি অগাধ শ্ৰদ্ধা আছিল। শ্বেখ কিন্তু ক্ষমতাত অধিষ্ঠিতজনক তোষামোদ কৰি তেওঁলোকৰ মিত্ৰতা অৰ্জন কৰিবলৈ অনিচ্ছুক আছিল। তেওঁ আৰবী ভাষাত চুলটানলৈ এই বুলি এখন বিভ্ৰান্তকাৰী চিঠি লেখিলে—"মই এওঁৰ কথাটো আল্লাৰ ওচৰত উত্থাপন কৰিলোঁ, তাৰ পিছত আপোনাৰ ওচৰত।

আপুনি যদি তেওঁক কিবা দিয়ে—প্ৰকৃত দাতা হ'ব আল্লা, যদিও আপুনি ধন্যবাদৰ পাত্ৰ হ'ব। আপুনি যদি তেওঁ বিচৰা বস্তুটো দিবলৈ অসম্মত হয়, তেতিয়াও সি আল্লাৰ বাধা বুলি পৰিগণিত হ'ব আৰু আপুনি এই বিষয়ত অসহায় বুলি গণ্য কৰা হ'ব।"

শ্বেখ ফৰিদৰ এই শিক্ষাসমূহ শিখসকলৰ ধৰ্মশাস্ত্ৰত 'বাণী' নামেৰে এক চমু অধ্যায়ত সন্নিবিষ্ট কৰা হৈছে। এইবোৰৰ সমল হ'ল শ্বেখে জীবনৰপৰা আহৰণ কৰা আধ্যাত্মিক অভিজ্ঞতা আৰু নৈতিক বিশ্বাস। আমাৰ এই কিতাপখনৰ পিছৰ অধ্যায় এটাত এই বিষয়ে অলপ বিতংকৈ কোৱা হ'ব। শ্বেখৰ জীৱনী-লেখকসকলে বিভিন্ন ঠাইত হয় 'মালফুজাত' নামেৰে জনাজাত তেওঁৰ 'কথোপ-কথন'ত ব্যক্ত কৰিছে আৰু নহ'লেবা তেওঁৰ বিবৃতিবোৰৰ প্ৰধান অংশবোৰ সংক্ষিপ্তভাৱে লিপিবদ্ধ কৰিছে। এনেধৰণৰ লিখনিৰ সত্যতা সদায়ে নিশ্চয় প্ৰশ্নাতীত নহয়, কিন্তু শ্বেখৰ উক্তি বুলি দাবী কৰা বাণীবোৰ এই ধৰ্মৰ বৈৰাগ্যৰ পৰম্পৰাৰ এজন উচ্চ থাপৰ চুফীয়ে কৰা যেনেই লাগে। এই উৎসবোৰৰপৰা তেওঁৰ যিবোৰ বাণী নিগৰি আহিছে তাৰ কিছুমান হ'ল এনেধৰণৰ:

'জাকাত বা বদান্যতা সাধাৰণতে তিনি বিধৰ। তাৰে প্ৰথমটো হ'ল শ্বাকিয়াতৰ জাকাত (ইছলামৰ সাধাৰণ ধৰ্মৰ মানুহক যিটো কৰিবলৈ বাধ্য কৰে); ই হ'ল দয়াৰ যোগ্যজনক দুশ দিৰহামৰ পাঁচ দিৰহামলৈ দান কৰা কাৰ্য। দ্বিতীয়টো হ'ল তাচিকতৰ জাকাত বা চুফী পথ। ইয়াৰ কাম হ'ল দুশ দিৰহামৰপৰা নিজৰ বাবে পাঁচ দিৰহাম ৰখা। তৃতীয়টো অৰ্থাৎ ভগৱৎ চেতনাৰ হকীকতৰ জাকাত মতে দুশ দিৰহামৰ প্ৰতিটোৱেই মহান ভগৱান আৰু অবতাৰ পুৰুষজনৰ নাম লৈ দান কৰিব লাগে (তেওঁৰ ওপৰত শান্তি আৰু প্ৰশংসা বৰ্ষিত হওক!)। এই শেহতীয়া নিৰ্দেশটোৰ কাৰণ এয়ে যে দৰবেশ হ'বলৈ গ'লে নিজৰ সকলো দান কৰি দিবই লাগিব আৰু নিজৰ স্বাৰ্থৰ বাবে অকনো চিন্তা কৰিব নালাগিব। এই সন্দৰ্ভত শ্বেখজনে শ্বেখ ছাহাবুদ্দিন উমৰ চুৰাবৰ্দীৰ কথা উল্লেখ কৰে যি দৈনিক পোৱা দহহেজাৰ দিৰহামৰ প্ৰত্যেকটো মুদ্ৰা দক্ষিণা দি ৰাতি কপৰ্দকশূন্য হৈ পৰিছিল। তেওঁৰ জোঁৱায়েক শ্বেখ বদ্ৰুদ্দিন ইছাকে তেওঁক অপচয়ৰ সংজ্ঞা সোধোতে মহাপুৰুষজনে উত্তৰ দিছিল—'ভগৱানৰ চিন্তা নকৰি দুৰভিসন্ধিৰে খৰচ কৰাটো অপচয়। কিন্তু কোনোবাই যদি ভগৱানৰ নামত সমগ্ৰ বিশ্বখনো দান কৰি দিয়ে সি অপচয় নহ'ব।'

আন এদিনাখন তেওঁক যেতিয়া প্ৰকৃত দৰবেশৰ সংজ্ঞা সোধা হৈছিল, তেওঁ এইদৰে উত্তৰ দিছিল—! 'প্ৰকৃত দৰবেশ হ'ল সেইজন যি লোকৰ প্ৰতি কৃপা প্ৰদৰ্শন কৰে আৰু লোকৰ দোষবোৰ ঢাকঢোল পিটি ঘোষণা কৰাতকৈ তাক লুকাবৰহে চেষ্টা কৰে। গতিকে এই চাৰিটা গুণ থাকিবই লাগিব—তেওঁ অন্ধ

হৈ থাকিব লাগিব যাতে তেওঁলোকৰ দোষ দেখা নাপায়, তেওঁ বধিৰ হৈ থাকিব লাগিব যাতে তেওঁ কোনো অশালীন কথা শুনিব নেপায়, তেওঁ মূক হৈ থাকিব লাগিব যাতে কোনো কুকথা কোৱাৰপৰা বিৰত থাকিব পাৰে। তদুপৰি তেওঁ এজন খোৰাৰ দৰে থাকিব লাগিব যাতে নীচ আকাংখাবোৰ পূৰ্ণ কৰিবলৈ তেওঁ ঘূৰি ফুৰিব নোৱাৰে। এনে চাৰিটা গুণ থকা জনেই হ'ল দৰবেশ—যদিও বেশভূষাত তেওঁ পৃথিৱীৰ সাধাৰণ মানুহৰপৰা অলপো বেলেগ নহয়। কিন্তু এনেধৰণৰ গুণসম্পন্ন নহ'লে—ভগৱানে নকৰক—তেওঁ হ'ব এজন মিছলীয়া, দস্যু আৰু স্বাৰ্থান্বেষী লোক। তেতিয়া তেওঁৰ দৰবেশৰ কোনো গুণেই নাথাকিব। শ্বেখজনে আৰু কৈছিল—"এই পথৰ মূলমন্ত্ৰ হ'ল সদায় ভগৱানক ধিয়াই থাকি কাল কটোৱাটো। কেবল অসৎ উপায়েৰে উপাৰ্জন কৰা ধন পৰিহাৰ কৰিলে, বৈষয়িক দৃষ্টিভংগী আৰু বৈষয়িক মনোবৃত্তিৰ মানুহৰ সংগ পৰিত্যাগ কৰিলেহে এই স্তৰলৈ উধাব পাৰি।'

( চিয়াৰ-উল-আকটাৰৰপৰা )

ৰিজ্‌কৰ ( সাৰমৰ্ম ) কথা কৈ তেওঁ শিকাইছিল যে প্ৰকৃত ভক্তই বেচি সম্পদৰ বাবে কষ্ট নকৰে।

ৰিজক্ চাৰিবিধ —(ক) যিটো পূৰ্ব-নিৰ্দ্ধাৰিত আৰু কোনোমতেই পৰিবৰ্তনশীল নহয় (খ) যাক হাবিয়াম কৰা মানেই লুভীয়া বুলি পৰিগণিত হোৱা (গ) যি বৈধ আৰু প্ৰয়োজনবোধেহে সংগৃহীত হয়, (ঘ) যি ভগৱানৰ দ্বাৰা অংগীকৃত আৰু যাক অনিবাৰ্যভাবে পোৱা যাবই। প্ৰকৃত সত্য অন্বেষণকাৰীজন বিষয়-সম্পত্তিক লৈ শোকবিহ্বল হ'লে নচলিব। যি পূৰ্ব-নিৰ্দ্ধাৰিত সি ভগৱানৰ পৰাই আহিব। এনে অন্বেষণকাৰীজনে ভগৱানত বিশ্বাস ৰাখি ভগৱানৰ নামতে যি পায় তাকেই ব্যয় কৰিব লাগিব। অত্যধিক লালসা কৰি সঞ্চয় কৰাজন ভগৱানৰ কৰুণাৰ পৰা বঞ্চিত হ'ব।

টোকা বা পৃথিবীৰ পৰা আঁতৰি যোৱাটো ছয় প্ৰকাৰৰ : (ক) অন্তৰখনৰ কথা—অন্তৰক নীচ অনুভূতিৰ পৰা মুক্ত কৰি ৰখা, (খ) জিভাখনৰ কথা—কু-কথা কোৱাৰ পৰা বিৰত কৰি ৰখা, (গ) চকু দুটাৰ কথা—নিষিদ্ধ বস্তু চোৱাৰ পৰা চকুক আঁতৰাই ৰখা, (ঘ) কাণ দুখনৰ কথা—এই দুখনৰ ভগৱানৰ স্তুতিৰ বাহিৰে আন কথা শুনিবলৈ ব্যবহাৰ নকৰা, (ঙ) হাত দুখনৰ কথা—অবৈধ ভাবে কিবা অধিকাৰ কৰাৰ পৰা ইয়াক বিৰত ৰখা আৰু শেষত (চ) ভৰি দুখনৰ কথা—বেয়া বস্তুৰ মায়ামোহৰ পৰা নিজকে দূৰৈত ৰাখিবলৈ তাক ব্যৱহাৰ কৰা।

অপাৰ্থিব মনোভাব আৰু ভগৱানৰ প্ৰতি নিষ্ঠাই আছিল তেওঁৰ শিক্ষাৰ প্ৰধান উপজীব্য। পূৰ্বে উল্লেখ কৰাৰ দৰে এই নীতিবোৰ গ্ৰন্থ চাহিবত অন্তৰ্ভুক্ত তেওঁৰ বাণী নামৰ লিখনিত প্ৰতিফলিত হৈছে।

কেই গৰাকীমান সন্ত মহিলাৰ বিষয়ে তেওঁৰ মতামত বিচৰা হৈছিল। মহিলাৰ গুণ স্বীকাৰ কৰিব নোখোজা এক পুৰুষ-প্ৰধান সমাজত এনে প্ৰশ্ন উত্থাপিত হোৱাটো স্বাভাৱিক আছিল। কথিত আছে যে ৰাবিয়া নামৰ এগৰাকী চুফী মহিলাক দেখুৱাবৰ বাবে কাবাটো ডাঙি ধৰা হৈছিল। শ্বেখ ফৰিদৰ সমসাময়িক বিবি চাৰা, বিবি ফতিমা চাম আৰু তেওঁৰ মাতৃ কাৰচুম বিবিৰ মহত্বই তেওঁৰ জীৱন গভীৰভাৱে প্ৰভাবান্বিত কৰিছিল। এই মহিলা-সকলৰ সম্পৰ্কে শ্বেখ ফৰিদে মন্তব্য দিছিল যে তেওঁলোক দৰাচলতে পুৰুষ, ভগৱানে মাথো তেওঁলোকক মহিলাৰ ৰূপত সৃষ্টি কৰিছে। তেওঁৰ মহান শিষ্য শ্বেখ নিজামুদ্দিনে একেটা বিষয়ৰ ওপৰত এইদৰে কয়—"সিংহ যেতিয়া বনৰ পৰা আবিৰ্ভূত হয় তেতিয়া সি মতা নে মাইকী তাক জানিবৰ বাবে কোনেও অপেক্ষা কৰি নেথাকে।' বিবি ফতিমা বোলা মহিলা গৰাকী শ্বেখ ফৰিদ আৰু তেওঁৰ ভাই শ্বেখ নাজিমুদ্দিনৰ ভগ্নীসম আছিল।

শ্বেখ ফৰিদৰ জীৱন কালতে তেওঁৰ প্ৰভাৱ দূৰদূৰণিলৈ বিস্তৃত হৈ পৰিছিল। চিষ্টি সম্প্ৰদায়টোৱে ( যাৰ প্ৰতিষ্ঠাতাসকলৰ ভিতৰত তেওঁ আছিল অন্যতম ) নিজৰ বিনয়ী আৰু মানবতাবাদী শিক্ষকসকলৰ দ্বাৰা আৰু সংগীতৰ যোগেদি প্ৰদান কৰা শিক্ষাৰ বাবে জনসাধাৰণৰ মাজত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। চিষ্টিসকলৰ প্ৰবল প্ৰতিদ্বন্দ্বী চুৰাবৰ্দীসকলে কঠোৰতৰ পন্থা অবলম্বন কৰিছিল। চিষ্টিসকলক বৈশিষ্ট্য দান কৰা মানবীয় অনুভূতিবোৰ তেওঁলোকৰ মাজত বৰকৈ দেখা পোৱা নেযায়। শ্বেখ বাহাউদ্দিন জাকাৰিয়াৰ অভিজাত চাল-চলন আৰু জনসাধাৰণৰ লগত তেওঁৰ ব্যৱধানৰ বিপৰীতে শ্বেখ ফৰিদৰ বিনয় আৰু সৌজন্যবোধ আৰু বেচি প্ৰকট হৈ উঠে। এই গুণসমূহৰ বাবে চিষ্টি-সকলৰ প্ৰভাব ভাৰতৰ বিভিন্ন প্ৰান্ততে বিয়পি পৰে। চিষ্টি সম্প্ৰদায় প্ৰায় সম্পূৰ্ণভাবে উপমহাদেশখনত বিস্তৃত হৈ আছিল। ইয়াৰ কেন্দ্ৰবোৰ উত্তৰৰ হৰিয়ানা আৰু পঞ্জাৱৰ বাহিৰেও বংগদেশ, বিহাৰ, উত্তৰ প্ৰদেশ আৰু দিল্লীতো স্থাপিত হৈছিল। দাক্ষিণাত্যত থকা ইয়াৰ বৃহৎ কেন্দ্ৰ হ'ল বিখ্যাত খাজা গচু দৰাজেই প্ৰভাব প্ৰতিপত্তি লাভ কৰা ঠাই গুলবাৰ্গ। ভাৰতৰ সকলোবোৰ ইছলামৰ তীৰ্থস্থানৰ ভিতৰতে বৈশিষ্ট্য লাভ কৰা ৰাজস্থানৰ আজমীৰতো চিষ্টিসকলৰ তীৰ্থস্থান আছে। উত্তৰ প্ৰদেশৰ প্ৰধান কেন্দ্ৰটো শ্বেখ নিজামুদ্দিন আউলিয়াৰ জন্মস্থান বাদাউনত অবস্থিত। তাত তেওঁৰ বংশধৰ বুলি দাবী কৰা বহুতো পৰিয়াল আছে। ১৯৪৭ চনত ভাৰত বিভাজন হোৱাত মুছলমানসকলে পূৱ পঞ্জাৱৰ পৰা প্ৰব্ৰজন কৰাৰ আগতে থানেচৰ, হাঞ্চী, কাইথাল, পানিপথ, নাৰ্নৌল আৰু কিলোখেৰিত ( শেষোক্তখনৰ বাহিৰে বাকী গোটেই কেইখনে হৰিয়ানাত ) চিষ্টিসকলৰ বিখ্যাত কেন্দ্ৰ আছিল।

লাখ লাখ মুছলমানৰ ভক্তি উদ্ৰেক কৰা চিষ্টি সম্প্ৰদায়ৰ বহুতো পীঠস্থান পঞ্জাৱত আজিও দেখিবলৈ পোৱা যায়। পাক-পাট্টানৰ বাহিৰে সেই অঞ্চলৰ গুৰুত্বপূৰ্ণ চিষ্টি কেন্দ্ৰবোৰ হ'ল—মুহৰ শ্বৰিফ, চৌনচা, আহমদপুৰ, চাচৰান, মোখাদ, জালালপুৰ, গোলৰা, কোট মিথান আৰু অন্যান্য।

পাক-পাট্টানত থকা শ্বেখ ফৰিদৰ বংশধৰসকল সেই অঞ্চলৰ প্ৰখ্যাত লোক। তেওঁলোক কেইবা শতাব্দী জুৰি কৰ সংগ্ৰাহক আৰু প্ৰভূত পৰিমানৰ উপঢৌকন গ্ৰহীতা হৈ আহিছে। তেওঁলোকৰ সম্পত্তিৰ কিয়দংশ গোট খায় শিখ শাসনৰ সময়ত পোৱা চৰকাৰী পুৰস্কাৰবোৰৰ পৰা। এই সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতাসকলৰ আগচোৱাৰ আড়ম্বৰহীনতাৰ পৰা এওঁলোক অৱশ্যে বহুদূৰ আঁতৰি আহিছে। উল্লেখ কৰা উপৰুক্ত বেচি ভাগ ঠাইতে বংশানুক্ৰমে হৈ অহা পীৰসকলে কেৱল আনুষ্ঠানিক কৰুণাহে প্ৰদৰ্শন কৰে আৰু তেওঁলোকৰ পূৰ্বপুৰুষসকলক বৈশিষ্ট্য দান কৰা সেই 'মুবাল' আৰু আধ্যাত্মিক জ্যোতি খুব কমেইহে বিকিৰণ কৰিবলৈ সমৰ্থ হয়। ইয়াৰ বেচিভাগ ঠাইতে কেৱল দেৱালৰ ভোগ-সামগ্ৰী-বিলাকৰ প্ৰতি প্ৰলুব্ধ কিছুমান অৰ্ধ শিক্ষিত মানুহে ধৰ্মীয় আচাৰৰ গতানুগতিক প্ৰণালীবোৰ চলাই আছে। অতীতৰ মহিমামণ্ডিত ঐতিহ্যৰ এনে স্খলনৰ দ্বাৰা অৱশ্যে ইছলাম ধৰ্মই আক্ৰান্ত হোৱা নাই—ই আমাৰ আৰু অন্যান্য দেশৰো এটা সাধাৰণ ঘটনা হৈ পৰিছে। ধৰ্মগুৰুসকল হৈ পৰিছে একো একোজন বিনাশ্ৰমৰ আয়ৰ অধিকাৰী। ব্ৰিটিছৰ দিনত আৰু তাৰো আগতে তেওঁলোক আছিল চৰকাৰৰে এক অংগস্বৰূপ আৰু নিকাৰভুঞ্জা সৰ্বসাধাৰণৰ কষ্ট লাঘৱ কৰক ছাড়ি নিজৰ বাবে নানা চৰকাৰী সা-সুবিধা আহৰণ কৰাত মত্ত হৈ থাকিছিল।

এইসকলৰ মাজত কিন্তু শ্বেখ ফৰিদ, শ্বেখ নিজামুদ্দিন আউলিয়া আৰু খাজা মইনুদ্দিনৰ নাম পথপ্ৰদৰ্শক তাৰকাৰ দৰে জিলিকি আছে আৰু তেওঁলোকৰ আদৰ্শই সকলো মহৎ জীৱন অন্বেষণকাৰীক অনুপ্ৰাণিত কৰি আহিছে। আমীৰ খুচৰু, ঘালিব আৰু ইকবালৰ দৰে মহান কবিসকলে শ্বেখ নিজামুদ্দিনৰ কৰুণাময় সান্নিধ্য বিচাৰিছিল। আলাউদ্দিন খিলিজী আৰু ৰাজকুমাৰী জাহান আৰাই তেওঁৰ সমাধিৰ ওচৰত নিজৰ বাবে কবৰ স্থান বিচাৰিছিল। পঞ্জাৱ, উত্তৰ প্ৰদেশ, কাশ্মীৰ আৰু আফগানিস্থানৰ চৌদিশে এতিয়াও তেওঁ শ্ৰদ্ধা লাভ কৰি আহিছে। তেওঁৰ আৰু এদল উপাসক শিখসকলে 'গুৰু গ্ৰন্থ চাহিব'ত থকা তেওঁৰ 'বাণী' বা পবিত্ৰ উক্তিৰ বাবে তেওঁক শ্ৰদ্ধা কৰে। এনে ধৰণৰ ধৰ্মীয় অনুৰাগ অকল শ্বেখৰ মহত্বৰে 'প্ৰতীক' নহয়, ই গুৰু নানকৰ বাণীৰ দৰেকৈয়ে শ্বেখ ফৰিদৰ বাণীকো শ্ৰদ্ধা জ্ঞাপন কৰা শিখসকলৰ ধৰ্মনিষ্ঠাকে সূচায়।

# শেখ ফৰিদ আৰু ফৰিদকোট চহৰ

ভাতিন্দাৰ ওচৰৰ আধুনিক চহৰ ফৰিদকোট শেখ ফৰিদৰ সময়ত দিল্লী আৰু হাঞ্চীৰ পৰা মূলতাললৈ যোৱা ৰাজপথত অৱস্থিত হ'লহেঁতেন। এই ফৰিদকোট পৰম্পৰাগতভাবে শেখ ফৰিদ নামৰ সৈতে জড়িত হৈ আহিছে। আজোধান এই ঠাইৰ পৰা প্ৰায় এশ মাইল দূৰৈত আছিল। ফৰিদকোটত এটা দুৰ্গ নিৰ্মাণ কৰি থকা মোকল নামৰ মুখীয়ালজনৰ সময়ত মহাপুৰুষজনে কৰিবলগা হোৱা এটা বাধ্যতামূলক শ্ৰমৰ বিষয়ে এটা বিশ্বাসযোগ্য আখ্যান আছে। সেই পুৰণি দুৰ্গৰ বৰ্তমান কোনো চিন-মোকাম নাই। কিন্তু আঠ শতিকাৰ আগত ইয়াৰ অস্তিত্ব থকাৰ কোনো সন্দেহৰ অৱকাশ নাই। আখ্যানটোৰ মতে শেখ ফৰিদে বোধ হয় কেইজনমান শিষ্যৰ লগত দুৰ্গটোৰ প্ৰাচীৰৰ বাবে ইটা বা মাটি কঢ়িয়াবলৈ বাধ্য হৈছিল। কথিত আছে যে মাটিৰে পূৰ্ণ পাত্ৰটো অলৌকিকভাবে মহাপুৰুষজনৰ মূৰৰ প্ৰায় কুৰি ইঞ্চি ওপৰলৈ উধাই গৈছিল। এই অলৌকিক ঘটনাই স্বাভাৱিকতে বহুতো মানুহক আকৰ্ষিত কৰিলে আৰু মুখীয়ালজনে মহাপুৰুষজনৰ ভৰিত পৰি ক্ষমা ভিক্ষা কৰিলে। বাবা ফৰিদে চহৰখনক তেওঁৰ আশীষ বৰ্ষণ কৰা বুলি কথিত আছে—চহৰখনো তেওঁৰ নামেৰে ফৰিদকোট বুলি ৰখা হ'ল। ফৰিদকোট বৰ্তমান এখন সমৃদ্ধিশালী চহৰ আৰু শেখ ফৰিদৰ লগত জড়িত বুলি কথিত থকা স্মৃতিস্তম্ভ দুটা তাত সংৰক্ষিত হৈছে। চহৰখনৰ জনবহুল অঞ্চলত অৱস্থিত স্মৃতিস্তম্ভটো হ'ল 'চিল্লা' অৰ্থাৎ নিভৃত উপাসনাৰ ঠাই; আনটো হ'ল বাহিৰত থকা 'লীৰ-মাল' বোলা ঠাই এডোখৰ য'ত হেনো শেখ ফৰিদে গছ কেইডালমানৰ তলত যাত্ৰাৰ বিৰতি ঘটাইছিল। ইয়াৰ কাঁইটীয়া জোপোহাত তেওঁৰ জীৰ্ণ বস্ত্ৰ ওলোমাই থোৱা হৈছিল।

ভৌগোলিক ক্ষেত্ৰত এই ঠাইৰ লগত আজোধানৰ ( পাক-পাট্ৰান ) বহুতো মিল আছে। বৰ্তমান ফৰিদকোটে পৰ্যাপ্ত পৰিমাণে খালৰ পানীৰ যোগান পায়। পাক-পাট্ৰানত অৱস্থিত ঠাইখনেও একে ধৰণৰ সুবিধা ভোগ কৰি আছে। কিন্তু সেই সময়ত এই দুয়োখন ঠায়েই মৰুভূমি আছিল—য'ত কিছু বন্য আৰু খৰা প্ৰতিৰোধকাৰী গছৰ বাহিৰে আন একোৱেই নগজিছিল। সেই অঞ্চলৰ নৈসৰ্গিক পটভূমি এতিয়াও মৰুময় আৰু কঠোৰ আৰু গ্ৰীষ্মৰ মাহকেইটাত তাত সঘনাই প্ৰৱল বতাহ আৰু ধূলিৰ ধুমুহা বলি থাকে। তাত পানী আছিল তাকৰ আৰু মানুহ আৰু পশুৰ কঠোৰ পৰিশ্ৰমৰ দ্বাৰাহে সেই পানী ওপৰলৈ উঠোৱা সম্ভৱ হৈছিল। বৰ্তমান এই অৱস্থাৰ আংশিক প্ৰতিকাৰহে হৈছে। মানুহবোৰ মজবুত স্বাস্থ্যৰ আৰু পৰিশ্ৰমী, তেওঁলোকে লাহে লাহে চহৰীয়া সভ্যতাক আঁকোৱালি ল'বলৈ ধৰিছে। পবিত্ৰ গ্ৰন্থ চাহিবত সংৰক্ষিত শেখ ফৰিদৰ স্তোত্ৰবোৰত ঠাইখনৰ পৰিবেশ কিছু পৰিমানে ৰূপায়িত হৈছে। এই স্তোত্ৰবোৰ যে কেৱল এক আপুৰুগীয়া সম্পদ এনে নহয়, ভালদৰে অধ্যয়ন কৰিলে এইবোৰ ইতিহাসৰ এক সমৃদ্ধ আকৰ বুলি পৰিগণিত হ'ব পাৰে।

# শিষ্য আৰু প্ৰভাৱ

তথ্য অনুযায়ী জনা যায় যে দেশৰ বিভিন্ন ঠাইত তেওঁৰ বাণী প্ৰচাৰ কৰাৰ বাবে শেখ ফৰিদৰ বিশ জন খলিফা বা মুখ্য ধৰ্মপ্ৰচাৰক শিষ্য আছিল। এই কেইজনৰ ভিতৰতো আকৌ তিনিজনক মুখীয়াল বুলি গণ্য কৰা হৈছিল। শেখ ফৰিদৰ শিষ্যসকলৰ একেবাৰে ওপৰত আছিল দিল্লীৰ বিখ্যাত শেখ নিজামুদ্দিন আউলিয়া; এওঁ গুৰুৰ মৃত্যুৰ পিছত তেওঁৰ আধ্যাত্মিক সিংহাসনৰ উত্তৰাধিকাৰী হৈ পৰে। দিল্লীত চুলতান বংশৰ ৰাজত্বৰ প্ৰায় প্ৰথমৰেপৰা ইছলামৰ কৰুণা আৰু অধ্যয়নৰ মুখ্য ঠাই বেৰিলীৰ প্ৰায় ত্ৰিশ মাইল দূৰৰ বাদাউন নামৰ এখন ঠাইত শেখ নিজামুদ্দিনৰ জন্ম হৈছিল। চুলতান হোৱাৰ আগতে ইলতুৎমিছ এই জিলাখনৰ নাজিম বা ৰাজ্যপাল আছিল আৰু ইয়াৰ কিছুমান ঘৰ তেওঁৰ শাসনৰ সময়তে নিৰ্মিত হৈছিল বুলি কোৱা হয়। প্ৰথমতে শেখ নিজামুদ্দিন আউলিয়াই এঘাৰ শতিকাৰ আগভাগত বাস কৰা শেখ আলি বেগ ওচমান হুজুৰিৰ (দাতা গঞ্জ-বক্স) সময়ৰ আগতেই চুফীধৰ্মৰ লগত জড়িত লাহোৰত বাস কৰিছিল বুলি কোৱা হয়। তাৰ পিছত শেখ নিজামুদ্দিনে বাদাউনত বসতি স্থাপন কৰিলে। তেওঁ ধৰ্মশাস্ত্ৰ আৰু চুফী আধ্যাত্মিকতাবাদৰ বিষয়ে শেখ ফৰিদৰ পৰা পাঠ গ্ৰহণ কৰিছিল। কোনো এটা সময়ত শেখ নিজামুদ্দিন নিশ্চয় দিল্লীলৈ গৈছিল আৰু শেখ ফৰিদৰ দ্বাৰা প্ৰভাৱিত হৈছিল। তেওঁৰ অন্তৰত গুৰু ফৰিদৰ প্ৰতি ইমানেই প্ৰেম আৰু আনুগত্যৰ উদ্ৰেক হ'ল যে তিনিবাৰ অতি কষ্টকৰ ভ্ৰমণ কৰিও আজোধানত শেখ ফৰিদক আৰু স্বইচ্ছাই আঁকোৱালি লোৱা দাৰিদ্ৰ্যৰ অংশীদাৰ কৰে।

শেখ ফৰিদৰ জীৱন কাহিনী আৰু তেওঁৰ বাণীসমূহ তেওঁৰ শিষ্য হাছান আলিয়ে হিজৰী 719 আৰু 722 চনৰ ভিতৰত লিখা ফাৱাইদ-উল-ফৌদ নামৰ এখন গ্ৰন্থত লিপিবদ্ধ হৈছে। 725 হিজৰী চনত শেখ নিজামুদ্দিনৰ মৃত্যু হোৱা বাবে এই কিতাপখন হাছান আলিয়ে তেওঁৰ গুৰুক দৰ্শন কৰাৰ দিন কেইটাত শেখ নিজামুদ্দিনে কোৱা কথাবোৰৰ এখন টোকা বহি বুলি ক'ব পাৰি। ইয়াত কোৱা হৈছে যে এবাৰ শেখ নিজামুদ্দিনে বহুত দিনৰ বিৰতিৰ মূৰত গুৰু শেখ ফৰিদক দেখা কৰিবলৈ অহাত গুৰুৱে নিম্নোক্ত পাৰ্চী কবিতাৰ মাধ্যমেৰে তেওঁৰ প্ৰেম ব্যক্ত কৰে:

'তোমাৰ বিচ্ছেদে বহুতো অন্তৰত জুই জ্বলাইছে,
তোমাৰ প্ৰতি ব্যাকুল আগ্ৰহৰ প্লাবনে বহুতো জীৱন ধ্বংস কৰিছে।'

শ্বেখ নিজামুদ্দিনে হাদিছ, কোৰাণৰ কিয়দংশ আৰু শ্বেখ ছাহাবুদ্দিন চুৰাবৰ্দীয়ে লিখা চুফী দৰ্শনৰ বিখ্যাত কিতাপ আৱাৰিফ্-উল্-মাৰিফৰ বিষয়ে শ্বেখ ফৰিদৰ পৰা জানিবলৈ পায়।

শ্বেখ নিজামুদ্দিন অতিশয় কৰুণাময় আছিল আৰু সদায় আনৰ কষ্টৰ কথা চিন্তা কৰিছিল। কথিত আছে যে তেওঁ কেৱল অলপ পানী বা অকণমান খাদ্য গ্ৰহণ কৰি নিজৰ উপবাস ভংগ কৰিছিল। অশ্ৰুসজল নয়নেৰে তেওঁ সুধিছিল— "চৌদিশে যেতিয়া ইমান দৰিদ্ৰলোক অভুক্ত হৈ পৰি আছে তেতিয়া বাৰু মই কেনেকৈ এই খাদ্য গ্ৰহণ কৰো?" দিল্লীৰ তেওঁৰ সমাধিৰ ওচৰত আজিও আহাৰ্য বিচাৰি বহুত মানুহৰ সমাগম হয়। এবাৰ এজন দৰবেশে তেওঁক দেখা কৰিবলৈ আহিছিল। তেওঁক প্ৰত্যাখ্যান কৰি পঠোৱা হ'ল। কথিত আছে যে সেই সময়তে শ্বেখ নিজামুদ্দিনে সপোনত শ্বেখ ফৰিদে এই বুলি তেওঁক ভৰ্ৎসনা কৰা শুনিলে —"এজন দুখীয়া মানুহক একো দিব নোৱাৰিলেও তুমি অন্ততঃ তেওঁৰ প্ৰতি মৰমীয়াল হোৱা উচিত। এনেদৰে তেওঁক ভগ্নহৃদয় লৈ বিমুখ কৰি পঠোৱাটো উচিত হৈছে নে?" সাৰ পাই তেওঁ দৰবেশজনক মাতি পঠালে আৰু তেওঁৰ গুৰুক অসন্তুষ্ট কৰাৰ বাবে বৰ দুখ পালে।

কোনো এক কবিৰ এই কবিতাফাঁকিয়ে শ্বেখ ফৰিদৰ প্ৰতি শ্বেখ নিজামুদ্দিনৰ আনুগত্য প্ৰকাশ কৰে:

'যিদিনাৰ পৰা পৃথিৱীয়ে মোক তোমাৰ দাস বুলি জানিছে,
সিদিনাৰে পৰা সদায় মই মানুহৰ চকুৰ আগত বাস কৰিছোঁ।
অপৰিসীম দয়াই মোক উদাৰতাৰ স্বৰূপ দেখাইছে,
নহ'লে মো মই কোন? কি? মোৰ গুৰুত্ব কি?'

তেওঁৰ মহত্বৰ স্বাক্ষৰ বহনকাৰী আৰু এফাঁকি কবিতাই তেওঁৰ মমতা আৰু ক্ষমাপৰায়ণতা প্ৰকাশ কৰিছে। এই ফাঁকি কবিতা এনে ধৰণৰ:

'মোক যিজনে অসন্তুষ্ট কৰে, তেওঁক যেন ভগৱানে শান্তি দিয়ে;
মোৰ বিৰুদ্ধে যিজনে থিয় দিয়ে, তেওঁৰ লগত যেন ভগৱানে মিত্ৰতা কৰে;
খিয়ালৰ বশবৰ্তী হৈ মোৰ পথ যি কণ্টকিত কৰে,
ভগৱানে যেন এই জীৱনত তেওঁক কণ্টকবিহীন গোলাপেই দিয়ে।'

সহিষ্ণুতা যিসময়ত বৰ ব্যাপক নাছিল, সেইসময়ত শ্বেখ নিজামুদ্দিনে অন্যান্য ধৰ্মত বিশ্বাসীসকলৰ প্ৰতি এক মহান সহনশীলতা প্ৰদৰ্শন কৰিছিল।

হিন্দুসকলৰ উপাসনাৰ ৰীতিনীতি সম্পৰ্কে গভীৰ সহানুভূতিৰ মনোভাব প্ৰদৰ্শন কৰি তেওঁ কবি আমীৰ খুচৰুৰ ভাষাত কৈছিল :

'প্ৰত্যেক জাতিৰে নিজ নিজ ৰীতি-নীতি, বিশ্বাস আৰু উপাসনাৰ বিষয় আছে।'

শ্বেখ নিজামুদ্দিনক অজস্ৰ লোকে শ্ৰদ্ধা কৰিছিল। তেওঁৰ অনুৰাগীসকলৰ ভিতৰত আছিল কবি ঘালিব—যাক তেওঁৰ সমাধিৰ ওচৰতে কবৰ দিয়া হৈছিল—কবি আমীৰ খুচৰু আৰু ছাহজাহানৰ কন্যা জাহানআৰা। ধৰ্মপ্ৰচাৰৰ কাম চলাই যাবলৈ তেওঁ শ্বেখ নাছিৰুদ্দিন-ছিৰাগ-ই-দেহলী নামৰ আন এজন মহান চুফী সন্তক দায়িত্ব দি গৈছিল।

শ্বেখ নিজামুদ্দিন ৰাজকীয় পৃষ্ঠপোষকতাৰ প্ৰতি উদাসীন আছিল আৰু স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে স্বাধীন মনোবৃত্তি পোষণ কৰিছিল বুলি কোৱা হয়। আলাউদ্দিন খিলজীয়ে হেনো তেওঁক ৰাজ্যিক প্ৰশাসনৰ লগত জড়িত কৰিব খুজিছিল আৰু তেওঁৰপৰা ধৰ্মীয় উপদেশ বিচাৰিছিল। কিন্তু চুফী ধৰ্ম অনুযায়ী বৈষয়িক কথা আওকাণ কৰিবলৈ অংগীকাৰাবদ্ধ থকা বাবে তেওঁ এইদৰে উত্তৰ দিছিল : "ৰজা আৰু তেওঁৰ ৰাজ-কাজকৰ্মৰ লগত দৰবেশসকলৰ কি সম্পৰ্ক আছে? মই নগৰ সম্পৰ্কীয় সকলো কথাৰ পৰা আঁতৰত থকা এজন দৰবেশ; মই ৰজা আৰু প্ৰজাৰ মংগল কামনা কৰি প্ৰাৰ্থনাত মগ্ন হৈ থাকোঁ। ৰজাই যদি আকৌ এনে ধৰণৰ বাৰ্তা পঠায়, তেতিয়াহলে মই হয়তো এই স্থানকে ত্যাগ কৰিম। পৃথিৱীখন যথেষ্ট বিশাল।" চুলতানে যেতিয়া তেওঁৰ একান্ত সাক্ষাৎকাৰ বিচাৰিলে তেতিয়া শ্বেখে এইবুলি উত্তৰ দিলে—"এই নিঃকিনৰ ঘৰত দুখন দুৱাৰ আছে, ৰজাই এখনেৰে প্ৰৱেশ কৰিলে মই আনখনেৰে ওলাই যাম।" আলাউদ্দিনৰ পুত্ৰ কুতুবুদ্দিনে তেওঁক জুলুম কৰিবলৈ ওলোৱাত শ্বেখ-গৰাকীৰ প্ৰতিক্ৰিয়া এইষাৰ বিভ্ৰান্তকাৰী কথাত প্ৰকাশ পালে : "হনুজ দিল্লী দূৰ অস্ত্' (দিল্লী ইয়াৰপৰা বহু দূৰৈত)। কথিত আছে যে তেওঁ দিল্লী গৈ পোৱাৰ আগতেই কুতুবুদ্দিন মুবাৰকৰ মৃত্যু হয়। শ্বেখ গৰাকীৰ এইষাৰ কথা আপ্তবাক্যৰ দৰে হৈ পৰিছে—যাৰ ব্যাখ্যা এনেধৰণে দিয়া হৈছে—'ওঁঠে পিয়লা স্পৰ্শ কৰাৰ আগতেই অপ্ৰত্যাশিত ঘটনা ঘটি যাব পাৰে।'

তেওঁ দিল্লীত থকা সময়ত শ্বেখ ফৰিদৰ উত্তৰাধিকাৰ সম্পৰ্কীয় প্ৰতীকসমূহ তেওঁলৈ পঠাই দিয়া হৈছিল। আচৰিত কথা যে তেওঁৰ গুৰুৰ মৃত্যুৰ সময়ত মহান চিষ্টি সন্তসকলৰ কোনোয়ে উপস্থিত নাছিল। শ্বেখ নিজামুদ্দিন দিল্লীলৈ ৰওনা হ'বলৈ ওলোৱাত শ্বেখ ফৰিদে তেওঁৰ পৰা শেষবাৰৰ বাবে বিদায় ল'ব খুজিছিল। শ্বেখ নিজামুদ্দিনক ইমাম বা যুগৰ পথপ্ৰদৰ্শক হিচাবে নিযুক্তি দিবলৈ মন কৰিছিল এইবাবেই যে শ্বেখ ফৰিদে তেওঁৰ আসন্ন মৃত্যুৰ আভাস পাইছিল। এই উদ্দেশ্যে তেওঁ এখন উত্তৰাধিকাৰনামা বা 'খিলাফতনামা' প্ৰস্তুত কৰিলে।

উত্তৰাধিকাৰ সম্পৰ্কীয় প্ৰতীকসমূহ এজন বাৰ্তাবাহকৰ দ্বাৰা শ্বেখ নিজামুদ্দিনলৈ প্ৰেৰণ কৰা হ'ল।

খাজা মইনুদ্দিন চিস্তিৰ দৰেই শ্বেখ মইনুদ্দিনো ভাৰতৰ ইছলামী আধ্যাত্মিকতাবাদৰ ইতিহাসত সবাতোকৈ প্ৰসিদ্ধ ব্যক্তি। তেওঁক 'চুলতান-উল-মাছাইখ' (ধৰ্মতাত্ত্বিকসকলৰ ৰজা) আৰু 'মেহবুব-ই-ইলাহী' (আল্লাৰ প্ৰিয়জন) আদি উপাধিৰে বিভূষিত কৰি সন্মানিত কৰা হৈছিল।

শ্বেখ ফৰিদৰ আনজন বিখ্যাত আৰু আস্থাভাজন শিষ্য হ'ল হাঞ্চীৰ শ্বেখ জামালউদ্দিন। গুৰুজনৰ তেওঁৰ ওপৰত ইমানেই আস্থা আছিল যে তেওঁ এই আদেশ জাৰি কৰি থৈছিল যে জামালুদ্দিনে নিশ্চিত নকৰালৈকে কোনো খিলাফত-নামা বা কোনো ব্যক্তিক ধৰ্মপ্ৰচাৰক হিচাপে দিয়া নিয়োগপত্ৰ গ্ৰহণ কৰা নহ'ব। এবাৰ এনে হ'ল যে শ্বেখ ফৰিদৰ এখন খিলাফতনামা কোনোবাই শ্বেখ জামালুদ্দিনলৈ নিওঁতে তেওঁ সেইখন ফালি পেলালে। মানুহজনে এই কথাটোলৈ শ্বেখ ফৰিদৰ ওচৰত আপত্তি কৰাত তেওঁ এইবুলি উত্তৰ দিলে—"জামালে যাক ফালি চিৰাচিৰ কৰিছে তাক ফৰিদে পুনৰ জোৰা লগাব নোৱাৰে।" জামালুদ্দিনৰ প্ৰতি থকা মৰমৰ বাবে শ্বেখ ফৰিদে তেওঁৰ জীৱনৰ বাৰ বছৰ কাল হাঞ্চীত কটাইছিল। শ্বেখ ফৰিদে তেওঁক তেওঁৰ জামাল (সৌন্দৰ্য) বুলি উল্লেখ কৰিছে। তেওঁ ইমানেই নম্ৰ আৰু সৰল স্বভাৱৰ আছিল যে শ্বেখ ফৰিদৰ সংস্পৰ্শলৈ অহাৰ পিছত গোটেই জীৱনটো কঠোৰ অনুশীলন কৰি কটালে। এবাৰ শ্বেখ বাহাউদ্দিন চুৰাবৰ্দীয়ে জামালুদ্দিনক তেওঁৰ খলিফা হিচাবে কাম কৰিবলৈ দিবলৈ শ্বেখ ফৰিদক অনুৰোধ কৰিলে। অনিচ্ছুক শ্বেখ ফৰিদে এইদৰে উত্তৰ দিলে—"কোনেনো নিজৰ জামালক (সৌন্দৰ্য) আনৰ হাতত সঁপিব পাৰে?" কিন্তু এক দুৰ্বল মুহূৰ্তত শ্বেখ জামালুদ্দিন বাহাউদ্দিনৰ ওচৰলৈ যোৱাত শ্বেখ ফৰিদ অসুখী হ'ল আৰু জামালুদ্দিনে সম্পূৰ্ণভাবে অনুশোচনা কৰাৰ পিছতহে তেওঁক পুনৰায় গ্ৰহণ কৰিলে। জামালুদ্দিনৰ তেওঁৰ গুৰুৰ আগতেই বিয়োগ হয় আৰু তেওঁক হাঞ্চীত কবৰ দিয়া হয়। বৰ্তমান তেওঁৰ সমাধিস্থান সেই চহৰৰ মুছলমানসকলৰ তীৰ্থ কেন্দ্ৰ আৰু আন কেইজনমান চুফীৰো সমাধি থকা ঠাইখনক চহৰ কুতুব বুলি কোৱা হয়, কাৰণ এই কবৰস্থ চুফীসকল কুতুব (সৰ্বশ্ৰেষ্ঠ চুফী) হিচাবে জনাজাত। বুৰ্হানুদ্দিন নামৰ জামালুদ্দিনৰ শিশুপুত্ৰক শ্বেখ ফৰিদৰ আশীৰ্বাদ বিচাৰি তাৰ ধাইজনীয়ে আজোধানলৈ লৈ আহিছিল। শ্বেখ ফৰিদে তাক বাপেকৰ ঠাইত খলিফা বা ধৰ্মপ্ৰচাৰক হিচাপে নিয়োগ কৰিবলৈ বিচাৰিলে। ধাই গৰাকীয়ে সি এতিয়াও শিশু বুলি কোৱাত শ্বেখ গৰাকীয়ে উত্তৰ দিছিল—"পূৰ্ণচন্দ্ৰও প্ৰথম ৰাতি এটি শিশুহে।" এওঁলোক দুয়োৰো এই সংলাপ হিন্দীত সংৰক্ষিত কৰা হৈছে। তেতিয়াও সেই ভাষা উত্তৰ ভাৰতৰ শিক্ষিত লোকসকলে

বুজিছিল আৰু কব পাৰিছিল। এই বুৰ্হানুদ্দিন পিছলৈ তেওঁৰ পিতৃৰ দৰে এজন বিখ্যাত চুফী হৈ পৰিছিল।

শ্বেখ ফৰিদৰ আন এজন মহান চুফী আছিল কালিয়াৰৰ আলাউদ্দিন আলি আহমদ চাবিৰ। তেওঁ কুৰকীৰ ওচৰৰ কালিয়াৰত বসতি স্থাপন কৰে আৰু এই ঠাই তেওঁৰ ভক্তসকলে প্ৰতি বছৰে দৰ্শন কৰে। তেওঁ আছিল অতি জনপ্ৰিয় আৰু পিৰান-ই-কালিয়াৰ বুলি জনাজাত হৈ পৰিছিল।

চিষ্টি সম্প্ৰদায়ে সৰ্বভাৰতত নিজৰ প্ৰভাব বিস্তাৰ কৰে। ইয়াৰ কেন্দ্ৰবোৰ ( দৰগা ) দিল্লী, ৰাজস্থান আৰু পঞ্জাৱৰ ( স্বাধীনতাৰ পূৰ্বৰ ) বাহিৰেও বংগদেশ, গুজৰাট, দাক্ষিণাত্য, উত্তৰ প্ৰদেশ আৰু বিহাৰত অৱস্থিত। এই সম্প্ৰদায়ৰ কেইজনমান বিখ্যাত ব্যক্তি হ'ল—ষোল শতিকাৰ শাহৰাণপুৰৰ ওচৰৰ গাংগোহৰ শ্বেখ আব্দুল কুদ্দুছ; শ্বেখ ফৰিদৰ এক বংশধৰ শ্বেখ চেলিম চিষ্টি; এওঁ নিজকে চিক্রিত প্ৰতিষ্ঠা কৰিছিল আৰু এওঁৰে প্ৰাৰ্থনাৰ ফলত আকবৰে পিছলৈ জাহাংগীৰ নামেৰে খ্যাতি লাভ কৰা চেলিমক পুত্ৰ হিচাবে পাইছিল।

ইয়াৰ বাহিৰেও তেওঁৰ শিষ্যসকলৰ ভিতৰত আছিল ওঠৰ শতিকাৰ পণ্ডিত দিল্লীৰ ধৰ্মীয় নেতা শ্বাহ ওৱালিউল্লা আৰু শ্বাহ কালিমুল্লা—এওঁলোক কেবাটাও পুনৰুত্থানবাদী আন্দোলনৰ জনক আছিল।

মুছলমানসকলৰ প্ৰব্ৰজনৰ আগতে থানেচৰ আৰু হাঞ্চীত গুৰুত্বপূৰ্ণ চিষ্টি কেন্দ্ৰ আছিল। কিন্তু পশ্চিম পঞ্জাৱতহে লাখ লাখ লোকৰ ভক্তি আৰু আনুগত্যৰ চিন প্ৰকট হৈ থকা এনে বহুত কেন্দ্ৰ পোৱা যায়। শ্বেখ ফৰিদে পৱিত্ৰ কৰি তোলা চিষ্টি সম্প্ৰদায়ৰ কেন্দ্ৰস্থল আছিল পাক-পাট্টান, তেওঁলোকৰ উদীয়মান প্ৰভাবৰ আগত মুলতান, উছ্ আৰু অন্যান্য মুখ্য স্থানবোৰৰ ( যিবোৰ বাহাৱালপুৰত অন্তৰ্ভুক্ত হ'ল ) কেন্দ্ৰস্থলবোৰত এসময়ৰ প্ৰভাৱশালী চুৰাবৰ্দী সম্প্ৰদায়ৰ জ্যোতি ম্লান পৰি আহিল।

# অন্তিম দিনবোৰ আৰু মৃত্যু

1265 চনৰ ( হিজৰী 664 ) মহৰম মাহৰ পঞ্চম দিনা 92 বছৰ বয়সত ( মুছলমান চন্দ্ৰৰ কেলেণ্ডাৰ মতে 95 বছৰ ) শ্বেখ ফৰিদৰ মৃত্যু হয়। মৃত্যুৰ দিনা তেওঁৰ মন ঈশ্বৰত মগ্ন হৈ আছিল। কথিত আছে যে তেওঁ প্ৰাৰ্থনা কৰি পাহৰি গৈ পুনৰ প্ৰাৰ্থনা কৰিলে। তেওঁৰ জীৱন কালতে তেওঁ এক কিম্বদন্তী আৰু প্ৰতিষ্ঠানস্বৰূপ হৈ পৰিছিল। তেওঁক দূৰ-দূৰান্ততো শ্ৰদ্ধা কৰা হৈছিল আৰু তাৰ পিছত এই আঠশ বছৰেও তেনে শ্ৰদ্ধাই তেওঁ পাই আহিছে। তেওঁৰ জীৱনকালতে তেওঁক সন্মান জনাবলৈ এশ এটা নাম দিয়া হৈছিল— যাৰ প্ৰত্যেকটোৱে তেওঁৰ চৰিত্ৰৰ এক মহৎ গুণৰ প্ৰতিনিধিত্ব কৰিছিল। কালক্ৰমত কবিসকলে বিভিন্ন ভাষাত তেওঁৰ গুণ কীৰ্তন কৰিছিল। এজন পাৰ্চী কবিয়ে নিম্নোক্ত এইষাৰ কথাত এক সুন্দৰ শব্দ-যোজনাৰ যোগেদি তেওঁৰ প্ৰশংসা কৰিছে:

'মোৰ গুৰু হ'ল মৌলানা ফৰিদ, যাৰ সমতুল্য সৃষ্টি ভগৱানে আৰু কৰা নাই।'

এজন মহান শিক্ষক আৰু চুঁই দিয়েই মানুহক মহত্ব প্ৰদান কৰিবপৰা ব্যক্তি হিচাবে তেওঁক শ্ৰদ্ধা কৰা হৈছিল। যিটো প্ৰধান পদবীৰ দ্বাৰা তেওঁক খ্যাতিমান আৰু মৰ্যাদাপূৰ্ণ কৰা হৈছিল তাৰ নাম হ'ল শ্বকৰগঞ্জ ( চেনীৰ ভাণ্ডাৰ )। তেওঁ পঞ্জাৱৰ সাহিত্য আৰু ঐতিহ্যৰ এক ওতঃপ্ৰোত অংগ হৈ পৰিছে, আৰু মুছলমান-অমুছলমান সকলোৱে তেওঁৰ স্মৃতি সযতনে লালন কৰিছে। প্ৰখ্যাত কবি ৱাৰিছ শ্বাহে 'হীৰ'ত এইদৰে কৈছে—"এনেকি তেওঁৰ ভৃত্যসকলেও আধ্যাত্মিক কৰ্তৃত্ব লাভ কৰিছিল।" আন এজন পঞ্জাৱী কবি মিয়ান মহম্মদ বক্সে তেওঁক সমাদৰ জনাইছে:

'শ্বায়েৰ বহুত পঞ্জাৱ জমিন দে হো দানিছ ৱালে......
আৱাল শ্বেখ ফৰিদ শ্বকৰগঞ্জ আৰিফ আল ভিলাৱাত
হিক হিক চুখান জবান ওহদি দা ৰহবৰ ৰহ হিদায়ত।'

( সবাতোকৈ মহান কবি শ্বেখ ফৰিদ শ্বকৰগঞ্জ ভগৱানৰ প্ৰিয়পাত্ৰ আছিল আৰু তেওঁৰ আত্মা জ্ঞানেৰে উদ্ভাসিত হৈছিল। তেওঁ উচ্চাৰণ কৰা প্ৰতিটো শব্দই এক নিৰ্মল জীৱন-যাপনৰ বাবে পথ-প্ৰদৰ্শকৰ নিচিনা। ) শ্বেখ ফৰিদৰ কাব্যিক প্ৰতিভাক এইজন মুছলমান কবিয়ে যে ধৰণে ওলগণি জনাইছিল সি

এইবাবেই উল্লেখযোগ্য যে এই উপলব্ধি প্ৰতিভাত হৈছিল উনৈশ শতিকাৰ আগভাগৰ এজন মুছলমান কবিৰ মনত। গুৰু গ্ৰন্থ চাহিবত সন্নিবিষ্ট তেওঁৰ আধ্যাত্মিক অভিজ্ঞতাৰ কবিতাই তেওঁৰ চৰিত্ৰৰ যিটো দিশ উন্মোচিত কৰিছে তাৰ ওপৰত তেওঁৰ বিষয়ে লেখা মুছলমানসকলে সিমান গুৰুত্ব আৰোপ কৰা নাই। শ্বেখ ফৰিদ এজন শিক্ষক হোৱাৰ লগে লগে যে জনগণৰ এজন কবিও, এই কথাটোৱে তেওঁৰ ব্যক্তিত্বত আৰু এক ৰহণ সানিছে। এই বাবেই তেওঁ এজন ধৰ্মগুৰু হিচাবে দূৰ-দূৰান্তৰ মানুহৰ সমীহ উদ্ৰেক কৰাৰ লগতে পঞ্জাবী ভাষাত নিজৰ লিখনী প্ৰথম লিপিবদ্ধ কৰা কবি হিচাবেও পঞ্জাবী লোকৰ অন্তৰত এক বিশেষ স্থান অধিকাৰ কৰি থৈছে। তেওঁৰ প্ৰেমে পঞ্জাবী ভাষাভাষী মানুহক জাতি-ধৰ্ম-বৰ্ণ আৰু স্থান নিৰ্বিশেষে একে বন্ধনত সাঙুৰি ৰাখিছে।

মানবীয় সম্পৰ্কত প্ৰেম আৰু মাধুৰ্য দান কৰিবলৈ, আৰু ধৰ্মীয় শিক্ষাক তিক্ততা আৰু অসূয়াৰপৰা আঁতৰত ৰাখিবলৈ চেষ্টা কৰা মহাপুৰুষ আমাৰ দেশত মধ্যযুগতে থাকিলেও, নিজৰ ধৰ্ম সম্প্ৰদায়ৰ মানুহ নোহোৱাতো সিসকলে এই মুছলমান মহাপুৰুষজনক শ্ৰদ্ধা কৰি সেই মনোবৃত্তিৰ অদ্বিতীয় নিদৰ্শন দেখুৱাইছিল। তেওঁৰ 'ফৰিদ' নামটোৱে সূচোৱাৰ দৰেই এই কথাটোৱে তেওঁক অতুলনীয় কৰি তুলিছিল। তিনি শতিকাৰ পিছৰ গুৰু নানকৰ লগতে তেওঁ হ'ল পঞ্জাৱৰ আটাইতকৈ বিখ্যাত সিদ্ধপুৰুষ যি অন্ধকাৰ আৰু অজ্ঞতাত বুৰ গৈ থকা মানুহক আলোক আৰু মাধুৰ্যৰ সন্ধান দিছিল।

# কবিৰূপে শ্বেখ ফৰিদ

আগতে কৈ অহাৰ দৰে, শ্বেখ ফৰিদৰ কাহিনী তেওঁৰ মুছলমান ভক্ত আৰু জীৱনী-লেখকসকলৰ লিখনী আৰু পৰম্পৰাত পোৱা যায়। তেওঁলোকে প্ৰধানকৈ তেওঁৰ পাৰ্চী আৰু আৰবিক ভাষাত পাণ্ডিত্যৰ ওপৰত গুৰুত্ব দিছে, যাৰ ফলত তেওঁ শ্বেইখুল ইছলাম আৰু শ্বেখ-ই-কবীৰ আদি উপাধি লাভ কৰিছে। সন্দেহ নাই যে তেওঁৰ ব্যক্তিত্বৰ এই ৰূপটো মুছলমান জীৱনী-লেখকসকলৰ লিখনীত পৰিস্ফুট আৰু সংৰক্ষিত হৈছে। জনগণক তেওঁৰ প্ৰেম যচা আৰু সিহঁতৰ বেদনা আৰু যাতনা উপশম কৰিবলৈ তেওঁৰ আৰোগ্যকাৰী স্পৰ্শ প্ৰয়োগ কৰাৰ বাবে পোৱা 'বাবা' বা 'পবিত্ৰ পিতা' উপাধিয়ে এজন চুফী সন্ত হিচাবে তেওঁৰ চৰিত্ৰৰ আন এটা দিশ উন্মোচন কৰিছে। অলৌকিক পদ্ধতিৰে আৰোগ্য লাভৰ বাবে আৰু দুৰ্ঘটনা আৰু অশুভ প্ৰভাৱৰ পৰা ৰক্ষা পৰিবৰ বাবেও নিশ্চয় তেওঁৰ ওচৰলৈ মানুহ আহিছিল। চুফী বা বিভিন্ন সম্প্ৰদায়ৰ সন্তসকলক শ্ৰদ্ধা জ্ঞাপন কৰাৰ এয়ে আছিল সাধাৰণ ৰীতি। শ্বেখ ফৰিদৰ শিষ্য নিজামুদ্দিন আউলিয়াই দিয়াৰ দৰে চিষ্টি সম্প্ৰদায়ৰ সিদ্ধ পুৰুষ-সকলে কিতাপ লিখাৰ ৰীতি নথকা হেতুকে শ্বেখ ফৰিদৰ জ্ঞান-গৰিমা সংৰক্ষিত হোৱা নাই। তথাপি যুগ যুগ ধৰি 'বাবা' উপাধিৰে তেওঁক অভিহিত কৰি অহা হৈছে, সি তেওঁৰ মানুহৰ প্ৰতি থকা প্ৰেম আৰু পিতৃসুলভ স্নেহৰ স্বাক্ষৰ বহন কৰিছে। সকলো মুছলমানেই যে তেওঁক বাবা নামে অভিহিত কৰে সেইটো এটা আচৰিত ঘটনা। শ্বকৰগঞ্জ নামেৰে অভিহিত কৰি তেওঁক ভগৱৎ শক্তি-প্ৰাপ্ত এজন চুফী বুলি প্ৰাৰ্থনাৰ বেদীত থাপনা কৰা হৈছে।

শ্বেখ ফৰিদৰ মুলতানৰ কাষৰ যিখন ঠাইত জন্ম হৈছিল তাত ইতিহাসৰ আদি সময়ৰে পৰা আজিলৈকে উপভাষা মুলতানী পঞ্জাৱী চলি আহিছে। তেওঁ বংশৰ পৰম্পৰা অক্ষুন্ন ৰাখি সেই বিশেষ পৰিবেশতো আৰবিক আৰু পাৰ্চী ভাষাৰে জ্ঞান আহৰণ কৰিছিল। তদুপৰি সেই সময়ত ( দ্বাদশ শতিকাৰ শেষ ভাগত ) মংগোল বিভীষিকাৰ পৰা হাত সাৰিবলৈ ভাৰতলৈ প্ৰব্ৰজন কৰা অসংখ্য পণ্ডিতসকলৰ পৰাও তেওঁ শিক্ষা লাভ কৰিছিল। নিজৰ জন্মস্থান আৰু মুলতানৰ বাহিৰেও আন যিবোৰ ঠাইত তেওঁ বহু বছৰ কটাইছিল বুলি জনা যায়, সেইবোৰ ঠাই হ'ল দিল্লী, হাঞ্চী আৰু আজমীৰ য'ত হিন্দাভী ভাষাৰ প্ৰচলন আছিল। সৰ্বসাধাৰণে চুফী মহাপুৰুষসকলৰ ওচৰলৈ আধ্যাত্মিক

নিৰ্দেশ বা আশীৰ্বাদ বা সমস্যা সমাধানৰ বাবে আহোঁতে নিশ্চয় স্থানীয় উপভাষাৰ মাধ্যমেৰে তাৰ বিনিময় কৰিছিল। মহাপুৰুষসকলেও নিশ্চয় মোটা-মুটি একে ভাষাতে উত্তৰ দিছিল—যদিও ধৰ্মীয় চিন্তাৰ ধ্যানধাৰণা আদান-প্ৰদান কৰিবলৈ তেওঁলোকে নিশ্চয় পাণ্ডিত্যপূৰ্ণ শব্দৰাজিৰ সহায় ল'ব লগা হৈছিল। দৈনন্দিন জীৱনত ব্যৱহৃত শব্দ-সম্ভাৰ যেনেকৈ চৰকাৰী কাম-কাজ চলোৱা ভাষাৰ অংগ হৈ পৰে, তেনেদৰে নিশ্চয় চুফী ধৰ্মৰ জৰিয়তে জনসাধাৰণ আৰবিক আৰু পাৰ্চী ভাষাৰ ধৰ্ম সম্বন্ধীয় পৰিভাষাৰ লগত পৰিচিত হৈ পৰিছিল।

সিদ্ধপুৰুষসকলে যে সাধাৰণ মানুহৰ লগত পাৰ্চী ভাষাত কথা কৈছিল তেনে কথা অনুমান কৰিব নোৱাৰি, কিন্তু পাণ্ডিত্যপূৰ্ণ আলোচনা-বিলোচনা, চৰকাৰী কাম-কাজ আৰু ধৰ্ম সংক্ৰান্ত কথাত আৰবিকৰ লগতে নিশ্চয় পাৰ্চী ভাষাও ব্যৱহৃত হৈছিল। এইটো নুই কৰিব নোৱাৰি যে এই শিক্ষাগুৰু বা তেওঁ-লোকৰ ভক্তসকলে আধ্যাত্মিক আৰু নৈতিক প্ৰেৰণাদাতৃ কবিতাবোৰ সৰ্ব-সাধাৰণে কোৱা ভাষাতে ৰচনা কৰিছিল। পঞ্জাৱত মুছলমানসকলে বহু শতিকা জুৰিয়ে বিভিন্ন ধৰণৰ ধৰ্মীয় কবিতা পঞ্জাৱী ভাষাতে লিখি আহিছে। ইয়াৰ ভিতৰত আছে হাম্‌দ্ (ঈশ্বৰৰ বন্দনা), নাত (ধৰ্মপ্ৰচাৰক গৰাকীৰ, অৰ্থাৎ হজৰতৰ বন্দনা), কিস্যা (ধৰ্মপ্ৰচাৰক আৰু সন্তসকলৰ কাহিনী), স্তুতিমালা আৰু ধৰ্মীয় বিষয়ৰ ওপৰত নানা ধৰণৰ লিখনী। দৰাচলতে 'হীৰ'ৰ দৰে ধৰ্মনিৰপেক্ষ আখ্যানতো চুফী মতৰ ৰহণ বোলোৱা হৈছিল, যাৰ ফলত সেইবোৰ ৰোমাঞ্চকৰ কাহিনীৰ লগে লগে ৰূপক কাহিনীও হৈ পৰিছে। ইছলাম জগতৰ এক অন্যতম জনপ্ৰিয় আখ্যান য়ুচুফ আৰু জুলেখাৰ কাহিনীটো পঞ্জাৱী ভাষাত কেবাটাও বেলেগ বেলেগ ৰূপত পোৱা যায়। শ্বাৰিয়াত আৰু চুফী-বাদৰ ওপৰত সম্পূৰ্ণ লিখনীও পঞ্জাৱী ভাষাত কবিতাৰ আকাৰত ৰচনা কৰা হৈছে। এই ৰচনাসমূহৰ আগত মুছলমানসকলে শ্ৰদ্ধাৰে মূৰ দোঁৱাইছে, আবেগত উটি ভাহি গৈছে আৰু চকুপানী টুকিছে। গতিকে এইটো আচৰিত কথা নহয় যে শ্বেখ ফৰিদৰ দৰে এজন মহান চুফী আৰু শিক্ষাগুৰুৱে শৈশব আৰু যৌবন কালত, আৰু আজোধানত ধৰ্মগুৰু হিচাবে ষাঠি বছৰ যিবোৰ মানুহৰ লগত জীৱন কটাইছিল, সেই মানুহখিনিৰ বাবে তেওঁ মুলতানী পঞ্জাৱীত তেওঁৰ আধ্যাত্মিক কবিতাবোৰ ৰচনা কৰিছিল। গুৰু নানক আৰু তেওঁৰ আধ্যাত্মিক উত্তৰাধিকাৰী শিখসকলৰ মহান গুৰুসকলে এই কবিতাৰ এটা ক্ষুদ্ৰ অংশ আৱিষ্কাৰ কৰিছিল আৰু এইবোৰ পবিত্ৰ গ্ৰন্থ চাহিবত সংৰক্ষিত হৈছে। ভাগ্যৰ সহায়ত হোৱা এই সংৰক্ষণৰ বাবে পঞ্জাৱীসকলৰ বাহিৰেও শ্বেখ ফৰিদৰ প্ৰতি শ্ৰদ্ধাবানসকলো এই গুৰুসকল আৰু শিখ পৰম্পৰাৰ প্ৰতি কৃতজ্ঞ থকা উচিত।

# পবিত্ৰ গ্ৰন্থত শ্বেখ ফৰিদৰ বাণী

শিখধৰ্মৰ পৱিত্ৰ গ্ৰন্থ 'গ্ৰন্থ চাহিব'ত শিখধৰ্মৰ শেষ পাঁচজন ধৰ্মগুৰু আৰু অন্যান্য গোষ্ঠীৰ ভক্ত আৰু মহাপুৰুষসকলৰ আধ্যাত্মিক আৰু ভক্তিমূলক ৰচনা কাব্যৰূপত আছে। গ্ৰন্থ চাহিবৰ শেহতীয়া ৰূপ দিয়া গুৰু নানকৰ উত্তৰাধিকাৰী পঞ্চম গুৰু অৰ্জুনৰ সহচৰ কেইজনমান কবিৰো ৰচনা ইয়াত সন্নিবিষ্ট হৈছে। পবিত্ৰ গ্ৰন্থখনত স্থান পোৱা ভক্তসকলৰ ভিতৰত উল্লেখযোগ্য ব্যক্তি কেইজন হ'ল কবীৰ, ৰবিদাস, নামদেব আৰু ফৰিদ। ইয়াৰ বাহিৰেও আকবৰৰ ৰাজত্বকালত মৃত্যু হোৱা মুছলমান চুফী, কাকৰীৰ শ্বেখ ভিখানকে ধৰি আন আৰু কেবাজনো আছে। ভক্তসকলৰ এই ৰচনাবোৰে কিছুমান চৰ্ত পূৰণ কৰাৰ পিছতহে সেইবোৰ গুৰু-সকলে সন্নিবিষ্ট কৰিছে। সেই চৰ্তবোৰ হ'ল এয়ে যে সন্তসকল একেশ্বৰবাদী হ'ব লাগিব আৰু সৃষ্টিকৰ্তা ভগৱানৰ বাহিৰে আন কোন দেৱতাক মানিব নোৱাৰিব। তদুপৰি তেওঁলোকৰ জাতপাতৰ বিচাৰ থাকিব নোৱাৰিব, এক মানবতাৱাদী দৃষ্টিভংগী পোষণ কৰিব লাগিব আৰু শাক্ত আৰু তন্ত্ৰমন্ত্ৰ চৰ্চা কৰাসকলৰ মাজত প্ৰচলিত আপত্তিজনক অভ্যাসবোৰৰ পৰা মুক্ত থাকিব লাগিব। তেওঁলোকৰ কুসংস্কাৰ থাকিব নোৱাৰিব আৰু তেওঁলোকে দিয়া শিক্ষাৰ লগত কোনো ধৰণৰ অসত্য বিশ্বাসৰ মিলন ঘটিব নোৱাৰিব। তেওঁলোক গুৰু ফৰিদৰ ধৰ্মৰ পৰা পৃথক মুছলমানধৰ্মী লোক হোৱা বাবেও তেওঁলোকৰ ৰচনাৱলীয়ে কোনো আপত্তিৰ উদ্ৰেক কৰা নাছিল। যিবোৰে মানুহক সহিষ্ণুতা, সম্প্ৰীতি আৰু মানবতাৱাদৰ উচ্চ নৈতিক এনাজৰীৰে বান্ধিব পাৰে, ধৰ্মৰ সেইবোৰ দিশৰ ওপৰতহে গুৰুত্ব দিয়া হৈছিল। আকৌ যি পৰম্পৰাৰ পৰাই আহৰণ নকৰক কিয়, এই ধৰ্মগুৰুসকল এনে এক আধ্যাত্মিক দৰ্শনশক্তিৰ অধিকাৰী হ'ব লাগিব যাৰ দ্বাৰা ভগৱান আৰু মানবৰ মাজত এক নিবিড় সম্পৰ্ক স্থাপিত হ'ব পাৰে। বাহ্যিক ৰীতি-নীতি আৰু আচাৰ-বিচাৰৰ ওপৰত গুৰুত্ব আৰোপ পৰিহাৰ কৰিব লাগিব।

স্তৱমালা সংগ্ৰহ কৰোঁতে ৰচনাবোৰ ব্যাপক ধৰণে লোৱা হৈছিল। এই গুৰুসকলে পৰস্পৰৰ মাজত বুজাবুজি গঢ়ি তোলা আৰু ধ্যান-ধাৰণা আৰু বিশ্বাসক উৰ্দ্ধগামী কৰা আৰু ঘৃণা-বিদ্বেষক উচটনি দিয়া গোষ্ঠীবোৰৰ লগত সংঘাত সৃষ্টি কৰিব পৰা এখন বাইবেল জনসাধাৰণক দিবলৈ বিচাৰিছিল। এই সকলোবোৰৰ পৰিপ্ৰেক্ষিতত গ্ৰন্থ চাহিবত শ্বেখ ফৰিদৰ বাণী বা কালাম ( পবিত্ৰ

তৰোৱাল ) অন্তৰ্ভুক্ত হোৱা কথাটো বিচাৰ কৰিব লাগিব। যি উৎসৰ পৰাই নহক কিয়, গুৰুৰ আদেশ অনুযায়ী প্ৰত্যেকটো শব্দই সমানে আদৰণীয় হ'ব লাগিব আৰু স্বৰ্গীয় আদেশ হিচাবে পূজ্য হ'ব লাগিব। ইয়াৰ ফলশ্ৰুতি হিচাবে কবীৰ, ৰবিদাস, নামদেব, ফৰিদ বা আন যি কোনো সিদ্ধপুৰুষৰে স্তৱমালা আবৃত্তি কৰাৰ সময়ত সেই ঠাইতকৈ ওখ ঠাইত কোন শিখ বহিব নোৱাৰাৰ নিয়ম হৈছিল। গ্ৰন্থ চাহিবত সন্নিবিষ্ট হোৱাৰ লগে লগে প্ৰতিটো শব্দই বাণী হৈ পৰিছে। উদাহৰণস্বৰূপে শিখসকলৰ ধৰ্মীয় সমাবেশত আৰু এনেকি শিখধৰ্মৰ আটাইতকৈ পৱিত্ৰ স্থান অমৃতচৰৰ শ্ৰীহৰি মন্দিৰত ( স্বৰ্ণ মন্দিৰ ) মানুহক নামাজ পঢ়িবলৈ কৰা শ্বেখ ফৰিদৰ আহ্বান আবৃত্তি কৰি শুনোৱা হয়, বা গোৱা হয় বা শ্ৰদ্ধাসহকাৰে শুনা হয়। ফৰিদে ইছলামৰ পৰম্পৰাৰ ওপৰত ভিত্তি কৰি আন নানা বিষয়ো প্ৰকাশ কৰিছে যিবোৰৰ আকৰ্ষণ সৰ্বব্যাপী। এই বিশ্বজনীন আবেদনৰ বাবেই এই মহান মুছলমান গৰাকীৰ বাণীবোৰ নিৰ্বাচন কৰা হৈছিল। কোনো ধৰণৰ গোঁড়ামী থকা মতবাদকে পৱিত্ৰ গ্ৰন্থখনত সোমাবলৈ দিয়া হোৱা নাই। কিন্তু আটাইতকৈ লক্ষ্যনীয় আৰু সম্ভৱত শিখসকলৰ বাহিৰে আনৰ অজ্ঞাত দিশটো হ'ল এয়ে যে গুৰুজনৰ অতুলনীয় দৰ্শন শক্তিয়ে সকলো উৎসৰ পৰাই সকলো মহৎ আৰু আধ্যাত্মিক অনুপ্ৰেৰণাযুক্ত অভিজ্ঞতা আহৰণ কৰিছিল। এনেদৰে নিৰ্বাচিত সকলোবোৰ অভিজ্ঞতাৰ ওপৰতে সমান মূল্য আৰোপ কৰি পৱিত্ৰ আৱৰণেৰে ঢকা হৈছে। কিন্তু শিখ বিশ্বাস আৰু তাৰ ধৰ্মীয় বাণীৰ এই দিশটো যথেষ্ট পৰিমাণে সমাদৃত হোৱা নাই। পিছে বৰ্তমানৰ ধৰ্ম সংক্ৰান্ত বিদ্বেষৰ পৰিপ্ৰেক্ষিতত মানবজাতিৰ বাবে এই নিদৰ্শনৰ মূল্য অপৰিসীম।

'পুৰাতন জনম চাখি' নামৰ গুৰু নানকৰ আদি ছোৱাৰ জীৱনকাহিনীত তেওঁ শ্বেখ ব্ৰাহ্‌ম্ বুলি উল্লেখ কৰা শ্বেখ ইব্ৰাহিমক দুবাৰকৈ পাটান বা পাক-পাট্টানত লগ পোৱাৰ কথা লিখিছে। সেই দুয়োবাৰে শ্বেখ দুজনে আধ্যাত্মিক কথাবতৰা পাতে আৰু একেলগে ভ্ৰমণো কৰে। এই কাহিনীটো পুংখানুপুংখভাবে বৰ্ণিত নহলেও মূল কথাটো ওলাই পৰে যে গুৰু নানকে শ্বেখ ফৰিদৰ ধৰ্মীয় ঐতিহ্যৰ দায়িত্ব বহনকাৰী সিদ্ধ পুৰুষজনক লগ পাই তেওঁৰ লগত বহুত সময় কটাইছিল। এই কথা সন্দেহাতীত যে মুছলমানসকলৰ সকলো পঞ্জাবী লিখনী যি পাৰ্চী লিপিত ৰচিত হয়, সেই লিপিত মুলতানী পঞ্জাবীত লিখা শ্বেখ ফৰিদৰ 'বাণী'বোৰ তেওঁ পাইছিল। ই বৰ আচৰিত আৰু ব্যাখ্যাৰ অতীত ৰহস্য যে শিখসকলৰ বাহিৰে আন কোনেও শ্বেখ ফৰিদৰ শিক্ষামূলক ৰচনাবোৰ তেওঁৰ নিজৰ ভাষাত সংৰক্ষিত কৰিবলৈ চেষ্টা নকৰিলে। এনেকি তেওঁৰ বংশধৰসকলে আধ্যাত্মিক কৰ্তৃত্বৰ ৰক্ষণাবেক্ষণ কৰা আৰু খানকাহ আৰু লংগৰৰ ( খানকাহ=বিশ্ৰামগৃহ আৰু প্ৰাৰ্থনা গৃহ ; লংগৰ=মুকলি পাকঘৰ ) যোগেদি তেওঁৰ ঐতিহ্য অব্যাহত

ৰখা পাক-পাট্টানৰ তেওঁৰ গদীতো তেওঁৰ ৰচনাসমূহ পাবলৈ নাই। এই উত্তৰাধিকাৰীসকল বংশানুক্ৰমে সেই অঞ্চলৰ গণ্যমান্য ব্যক্তি হিচাবে পৰিগণিত হৈ আহিছে। যি কি নহয়, এই আশ্চৰ্যজনক ঘটনাটোৰ ব্যাখ্যা দিয়া বৰ্তমান সম্ভৱ নহয়।

সৰ্বসাধাৰণ মানুহৰ ভাষাত লিখা শ্বেখ ফৰিদৰ যিমানবোৰ লিখনী আছিল, সেই সকলোবোৰ গুৰু নানকে সংগ্ৰহ কৰিলে। পাৰ্চী বা আৰবীৰ দৰে পাণ্ডিত্যপূৰ্ণ ভাষাত লিখিত ৰচনাৰ তেওঁৰ প্ৰয়োজন নাছিল, কিয়নো ধৰ্মশাস্ত্ৰ বা দৰ্শনৰ কোনো পদ্ধতি তেওঁ প্ৰস্তুত কৰিব খোজা নাছিল, দুৰ্দশাগ্ৰস্ত এই পৃথিবীখনলৈ শান্তি আনিবলৈহে বিচাৰিছিল। তেওঁৰ চৌপাশৰ জগতখনত ঘৃণা, অজ্ঞতা, গোঁড়ামী আৰু স্বেচ্ছাচাৰিতাৰ প্ৰাদুৰ্ভাব ঘটিছিল আৰু তেওঁ নিজ সামৰ্থ্য অনুযায়ী এক প্ৰকৃত ধৰ্ম আৰু পবিত্ৰ অন্তৰৰ সন্ধান দিব খুজিছিল। ইয়াৰ বাবে স্বাভাৱিকতেই জনগণৰ বোধগম্য ভাষাত বক্তব্য ৰখাৰ প্ৰয়োজন হৈছিল। মহাপুৰুষসকলে যুগ যুগ ধৰি পণ্ডিতসকলৰ ৰীতি অনুসৰণ নকৰি জনতাৰ ভাষাতেই কথা কৈ আহিছে। গুৰু নানক আৰু তেওঁৰ উত্তৰাধিকাৰীসকলে অতি সন্তৰ্পণে শ্বেখ ফৰিদৰ ৰচনাসমূহ অধ্যয়ন কৰিছিল। ইয়াৰ প্ৰমান হ'ল এয়ে, 'বাণী'ৰ কিছু অংশত তেওঁলোকে কিছু কথা অব্যাহত ভাৱে বৃদ্ধি কৰিছিল আৰু কিছু বিশ্লেষণমূলক কথা যোগ কৰিছিল। এইবোৰৰ খুটিনাটি বৰ্ণনা গ্ৰন্থ চাহিবত সংৰক্ষিত মূল ৰচনাত পঢ়িব পোৱা যায়। আন কেইজনমান ভক্তৰ ক্ষেত্ৰতো গুৰুজনে প্ৰয়োজন অনুযায়ী সংযোজন কৰিছে। যি যত্ন সহকাৰে মূল কথাখিনি লিপিবদ্ধ আৰু সম্পাদনা কৰা হৈছে, তাৰ বাবেই এই সংযোজনবোৰ উল্লেখ-যোগ্য। এই প্ৰক্ৰিয়াত এটা চকুত পৰা উদাহৰণ দেখা যায় 'চুহী' ৰাগৰ শ্বেখ ফৰিদৰ প্ৰাৰ্থনা-সংগীতবোৰত। এই ৰাগৰ 'বেৰা বন্ধ না চাকিয়েঁা বন্ধন কি ভেলা'—এই ফাঁকি কথাৰে আৰম্ভ হোৱা শ্বেখ ফৰিদৰ বিখ্যাত প্ৰাৰ্থনা-সংগীততো আছে। মানুহে আধ্যাত্মিক জীৱনক অবহেলা কৰা বাবে এই সংগীত গভীৰ অনুকম্পাৰে পৰিপূৰ্ণ, চিধাচিধি ভাবে নৈতিক বাণীৰে পৰিপূৰ্ণ কৰা নহয়। বৰঞ্চ এই গীতে মানুহক এই কথা উপলব্ধি কৰাই হিয়া গলাব খুজিছে যে মানুহ জাতি এখন উপযুক্ত আহিলা-পাতি নথকা নাৱত উঠি বুৰ যাবলৈ ওলাইছে। শ্বেখ ফৰিদৰ 'বাণী'ৰ যিখিনি অংশ এই গ্ৰন্থত সংযোজিত হৈছে, তাত এই স্তবমালাটো পূৰ্ণ ৰূপত দিয়া আছে। গুৰু নানকে একে ৰাগ আৰু একে কল্পচিত্ৰৰ দ্বাৰাই এই সংগীতটোৰ প্ৰতি উপযুক্ত ভাবে সহাঁৰি দিছে। এই কবিতাৰ বিশ্লেষণ কৰিবলৈ মই 'গুৰু নানক—তেওঁৰ ব্যক্তিত্ব আৰু দৰ্শন শক্তি' নামৰ মোৰ কিতাপ এখনৰ আৱশ্যকীয় উদ্ধৃতি দিবলৈ পাঠকৰ প্ৰশ্ৰয় ভিক্ষা কৰিলোঁ:

'কোনো অনুবাদেই যাৰ যাদুকৰী শক্তি আৰু সৌন্দৰ্য সঠিকভাবে প্ৰকাশ কৰিব নোৱাৰে, সেই গীতিকাব্যৰ পাহৰিব নোৱাৰা সৌন্দৰ্যই চিৰজাগ্ৰত মনৰ গুৰুজনক তেওঁৰ আদৰ্শৰ পৰা বিচলিত কৰিব নোৱাৰিলে। তেওঁ ফৰিদৰ সুৰত নৈৰাশ্য প্ৰত্যক্ষ কৰিলে। মানুহৰ এদিন মৃত্যু হ'বই—কিন্তু ভগবানৰ দুৱাৰ বিচাৰিবলৈ, তেওঁলৈ ঘূৰি চাবলৈ কেতিয়াও বৰ পলম নহয়। সৎকাৰ্য কেতিয়াও অথলে নেযায়। বৰ্তমানৰ ভাৰতীয় ধৰণত ক'বলৈ হলে কব পাৰি যে এনে প্ৰতিটো কামেই মানুহৰ ভঁড়ালত জমা হয় আৰু তেওঁৰ আত্মাৰ গঠন হয়। আৰু তেওঁৰ কামবোৰ যদি উতলা আবেগৰ পৰা সম্পূৰ্ণভাবে মুক্ত হয় তেন্তে জন্ম-মৃত্যুৰ চক্ৰটোত নতুনকৈ যোগ হ'ব বা নাকচ হৈ যাব।

ফৰিদৰ গীতি-কবিতাত মুছলমানসকলৰ বিশ্বাসৰ ভৱিষ্যতৰ স্বৰ্গ বা নৰকখনৰ কথা নিহিত হৈ আছে। ফৰিদৰ হতাশাৰ প্ৰতিধ্বনি হিচাবে গুৰু নানকে ভগবানৰ প্ৰতি অসীম বিশ্বাস উজাৰি দিছিল। আদি গ্ৰন্থৰ 729 পৃষ্ঠাত ফৰিদৰ গীতি-কবিতাৰ দৰেই একে সুৰতে গুৰুজনৰ স্তৱমালা লিপিবদ্ধ হৈছে:

'নিৰ্বিঘ্ন যাত্ৰাৰ বাবে
ধ্যানমগ্ন হৈ আড়ম্বৰহীনভাবে তোমাৰ নাওখন সুসজ্জিত কৰা,
এনে এখন নাৱৰ বাবে হ্ৰদটো যেন নাথাকিবই;
ধুমুহা নাহে, বিপদমুক্তভাবে পাৰ হবা;
হে প্ৰিয়, তোমাৰ নাম হ'ল মোৰ চোলাত থকা ৰং,
তুমি দিয়া ৰংখিনি লিপিত খাই ধৰিছে,
প্ৰিয়জনৰ দৰ্শন লভিবলৈ মই ওলাই আহিছোঁ,
মই তেওঁক কেতিয়াবা দেখা পাম নে?
অন্তৰত প্ৰকৃত প্ৰেম থাকিলে তেওঁ নিজেই কৰিব আহ্বান।
তেওঁৰ লগত লীন হৈ যোৱা কেইজনক তেওঁ পৰিত্যাগ নকৰে
তেওঁ, প্ৰকৃত ভগৱানে দেহান্তৰৰ বিনাশ ঘটাব আৰু আকুল আত্মাক
ৰাখিব যে নিজৰ লগত।
যি নিজৰ অহমিকা ত্যাগ কৰে, তোমালোকৰ সাজ-পোছাক
ভগবানৰ বাবে গ্ৰহণযোগ্য।
তেওঁলোকে তেওঁৰ বাণীৰ ফলৰ সোৱাদ পাব,
তেওঁলোকৰ বাবে ভগৱানৰ বাণী হ'ব অমৃতময়।'

নানকে ক'লে—'মোৰ বন্ধুসকল, গুৰুজন হ'ল সেই প্ৰিয়জন, আৰু আমি তেওঁৰ পৰিচাৰক, তেওঁ আমাৰ প্ৰকৃত ভগৱান।'

গুৰুজনৰ প্ৰাৰ্থনা সংগীতৰ মূল কল্পচিত্ৰ অটুট ৰাখি ফৰিদৰ চিন্তাধাৰা বিপৰীত ৰূপত দেখুৱা হৈছে। হ্ৰদটো ধুমুহাৰে আক্ৰান্ত নহয়, নাওখন বিপদত পৰা নাই। ফৰিদৰ মূল সৃষ্টিৰ পাতল বা শুভ্ৰ ৰঙৰ সলনি পোছাকটোৰ ৰং গাঢ় কৰা হৈছে। প্ৰিয়জনৰ ওচৰলৈ যাত্ৰাটো ফলপ্ৰসূ হ'ল। ভগৱানৰ কথা-খিনি কঠোৰ আৰু ৰুক্ষ হোৱাৰ সলনি অমৃতৰ দৰে সুমিষ্ট হ'ল। ফৰিদৰ লিখনীত মৃত্যু আছিল ভয়ংকৰ—যি চিৰকালৰ বাবে নিৰ্বাপিত কৰে। গুৰুৰ প্ৰাৰ্থনা সংগীতত মৃত্যু হ'ল চিৰশান্তিলৈ এটা পদক্ষেপহে—ভগৱানৰ কোলাত লাভ কৰিব লগীয়া মোক্ষ।

# শ্বেখ ফৰিদৰ কবিতা ঃ এটা চমু পৰ্যালোচনা

শ্বেখ ফৰিদৰ কবিতা অনুকম্পা, পাপৰ আকৰ্ষণ, মানুহৰ জীৱনত মৃত্যুৰ বিভীষিকা, ভগৱানৰ ঔদাসীন্যৰ বাবে মানুহৰ জীৱনলৈ আহি পৰা ৰিক্ততা আৰু সাধুতাৰ সৌন্দৰ্য—এই আটাইবোৰৰ বাবে গভীৰ অনুভূতিৰে ভৰপূৰ। তেওঁৰ ভাষা অসাধাৰণ বলিষ্ঠ অনুভূতি-প্ৰৱণ। মানুহৰ ক্ষণস্থায়ী জীৱন তৰল কাম-কাজত অপচয় হোৱাৰ কথাটোৱে তেওঁক অনুকম্পা আৰু সমবেদনাৰ করুণাময় প্ৰকাশ ঘটাবলৈ অনুপ্ৰাণিত কৰিছিল। স্পষ্টভাৱে দেখিবলৈ পোৱা কোনো লোকে অন্ধক শিখৰৰ একেবাৰে কাষত থিয় হৈ শূন্যত খোজ দিবলৈ উদ্যত হোৱা দেখিলে যিদৰে দুখ পায়, ঠিক তেনেকৈ তেওঁও মানুহৰ সামগ্ৰিক অৱস্থা প্ৰত্যক্ষ কৰি নিজৰ গভীৰ মানৱতাবাদৰ বাবে অতিশয় বেদনাহত হৈ পৰিছিল। এটা শ্লোকত তেওঁ এইদৰে লিখিছে—

‘ফৰিদ, মৃত্যু নদীৰ সিটো পাৰৰ দৰেই দৃশ্যমান ;
তাৰ পিছত হেনো জ্বলন্ত নৰক, কাণ তাল মৰা আৰ্তনাদেৰে নিনাদিত ;
কোনো কোনোৱে এই কথা উপলব্ধি কৰে,
বহুতে চিন্তাহীনভাৱে জীৱন কটায়।
জানি থোৱা যে এই জনমৰ কৰ্মই আমাৰ
সাক্ষী হ’ব পৰ জনমত—’

তেওঁৰ বক্তব্য হ’ল—মানুহ ক্ষমাশীল, নম্ৰ আৰু অহিংস হ’ব লাগে। তেওঁ কোৱাৰ দৰে প্ৰত্যেক মানৱ হৃদয় এক বহুমূলীয়া মুকুতা, যাক কঠোৰতাৰে ব্যৱহাৰ নকৰি আলফুলকৈ প্ৰতিপালন কৰিব লাগে। তেওঁ যেতিয়া জীৱনজোৰা অভিজ্ঞতাৰে বাৰ্ধক্যৰ বিষয়ে চিন্তাশীল দৃষ্টিভংগী গ্ৰহণ কৰিছিল, তেতিয়া তেওঁ গভীৰভাৱে ব্যথিত হৈ পৰিছিল। বহুতো কবিতাত ইয়াৰ প্ৰকাশ ঘটিছে।

মানৱৰ জ্বালা-যন্ত্ৰণাক তেওঁ যিদৰে প্ৰকাশ কৰিছে, তাক খুব কমেইহে পোৱা যাব। তেওঁৰ জীৱনৰ প্ৰধান সময় অতিবাহিত হোৱা দক্ষিণ-পশ্চিম পঞ্জাৱৰ গাঁৱৰ নিভাঁজ শব্দকোষ লৈয়ে তেওঁৰ ভাষাই গঢ় লৈ উঠিছিল। তথাপিও কাব্যিক সৃষ্টিৰ এক অভাবনীয় ঘটনাৰ ফলত তেওঁৰ হাতত এই ভাষা অতি আকৰ্ষণীয় হৈ উঠাত মানুহৰ মনত মধুৰ অনুভূতি সঞ্চাৰ কৰিবলৈ আৰু কল্পনা শক্তিক উদ্দীপিত কৰিবলৈ সক্ষম হৈছিল। এই ভাষাৰ সংগীতো হ’ল

অতি কোমল—যাৰ সুৰৰ মূৰ্ছনাই হৃদয়ক অনুতাপ, ক্ষমাশীলতা আৰু অনুকম্পাৰে আচ্ছন্ন কৰি তোলে। এই গ্ৰন্থৰ এঠাইত কোৱাৰ দৰে পঞ্জাবৰ গাঁৱে-ভূঞে পৰিচিত প্ৰতীক আৰু প্ৰতিকৃতিৰে কাব্যিক ভাবমূৰ্তি প্ৰকাশ কৰা শ্বেখ ফৰিদ হ'ল পঞ্জাবৰ প্ৰকৃত সন্তান। গাঁৱৰ কুৱা, কলহ, পানী তোলা বচী, পুখুৰী, পুখুৰীৰ পাৰত কেলি কৰি থকা মাছৰোকা চৰাই, জুৰিখন সতৰ্কতাৰে পাৰ হ'বলৈ ধৰা গাঁৱৰ তিৰোতা, কসুম্ভ ফুলৰ ম্লান বৰণ—এনে নানাধৰণৰ প্ৰতীকবোৰ তেওঁ আন চুফী কবি আৰু পঞ্জাবৰ নৈতিক শিক্ষাদাতাসকলৰ দৰেই ব্যৱহাৰ কৰিছে। এইবোৰ এই অঞ্চলৰ ধৰ্মনিৰপেক্ষ কবিতাতো প্ৰতীক হিচাবে সিঁচৰতি হৈ আছে।

এই কিতাপৰ শেষত উদ্ধৃত কৰা শ্বেখ ফৰিদৰ 'বাণী'বোৰ পাঠকে শ্ৰদ্ধা আৰু মনোযোগ সহকাৰে পাঠ কৰা উচিত। তথাপি তাৰ প্ৰধান বিষয়-বস্তুবোৰৰ সাৰাংশ ইয়াতে দিব পাৰি—অৱশ্যে সম্পূৰ্ণ পাঠৰ দ্বাৰাহে বিষয়বস্তু সম্পূৰ্ণভাৱে হৃদয়ঙ্গম কৰিব পৰা যাব।

প্ৰত্যেকটো শ্লোক একো একোটা উদ্দীপনাৰ মুহূৰ্তৰ ফলশ্ৰুতি আৰু এইবোৰ এফালৰপৰা সজাই আনি বা বিষয়-ভিত্তিক কৰি থোৱা হোৱা নাই।

কিন্তু এই কথা স্বত্বেও, বা হয়তো ইয়াৰ বাবেই এই সংক্ষিপ্ত গ্ৰন্থখনৰ মানুহৰ মনক কঁপাই দিয়াৰ ইমান শক্তি আছে, আৰু যেতিয়া পঞ্জাবৰ গাঁও অঞ্চলৰ পৰিচিত সুৰত এইবোৰ আবৃত্তি কৰা হয় তেতিয়া তাৰ আকৰ্ষণ অদম্য হৈ উঠে। অন্তৰাত্মা পবিত্ৰ অশ্ৰুৰে সিক্ত হৈ এক নিৰ্মল আৰু মহৎ অভিজ্ঞতাৰ মাজেৰে পাৰ হয়। পবিত্ৰ গ্ৰন্থ চাহিবৰ সম্পূৰ্ণ পাঠ বা আখ্যানৰ অংশ হিচাবে যেতিয়া এই 'বাণী' আওৰোৱা হয় তেতিয়া শিখ শ্ৰোতাসকলে বিশেষভাৱে তাৰ শক্তি অনুভৱ কৰে। শিখসকলৰ প্ৰাৰ্থনা গ্ৰন্থ বা 'পেথি' তৈয়াৰ কৰোঁতে যেতিয়া পবিত্ৰ গ্ৰন্থখনৰপৰা সমল সংগ্ৰহ কৰা হয়, তেতিয়া অৱশ্যেই শ্বেখ ফৰিদৰ কিছুমান শ্লোক তাত অন্তৰ্ভুক্ত কৰা হয়। এইবিলাকৰ লগত গুৰু নানকৰ উক্তিসমূহ আৰু লগতে অন্যান্য সন্তসকলৰ ৰচনাসমূহো থাকে। এইদৰে নিৰ্বাচিত প্ৰত্যেকটো শব্দৰ প্ৰতি সমানে শ্ৰদ্ধা নিবেদন কৰা হয়।

এই 'বাণী' আকাৰত সংক্ষিপ্ত—সমগ্ৰ গ্ৰন্থখনৰ মাত্ৰ দহ পৃষ্ঠা জুৰিহে আছে। ইয়াৰ কাৰণ হয়তো এয়ে যে গুৰুজনে ইয়াতকৈ বেচি সমল পাক-পাট্টানত নাপালে।

ভাৰতীয় সমালোচনামূলক পৰিভাষাত যাক বৈৰাগ্য বুলি কোৱা হয়, সেয়ে হ'ল শ্বেখ ফৰিদৰ বাণীৰ প্ৰধান সুৰ, অৰ্থাৎ পৃথিৱী আৰু তাৰ নিষ্ফল আকৰ্ষণবোৰৰ প্ৰতি ঔদাসীন্য। আধ্যাত্মিক উত্তৰণ আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থিত পৰিপূৰ্ণতাৰ বাবে প্ৰথম পদক্ষেপ হ'ল এই বৈৰাগ্য। চুফীসকলৰ পৰিভাষাত

ইয়াক ঢৌ বা বা আঁতৰি যোৱা বুলি কোৱা হয়। হ্ৰদৰ পাৰত খেলি থকা চৰাই এটালৈ কোনোৱে ছোঁ মাৰি অহাৰ দৰে মানুহৰ জীৱনৰ শেষো যে অকস্মাৎ শেষ হ'ব পাৰে—এই অনিবাৰ্য উপলব্ধিৰ ফলত শ্ৰেখৰ অন্তৰত বিনয় আদি অনুভূতিৰ জন্ম হৈছিল। সন্ত পুৰুষসকল হ'ল নিৰ্জনতাত জীৱন কটাই শিলৰপৰা নিজৰ আহাৰ বুটলি খোৱা চৰাইৰ দৰে, তেওঁলোক ভগৱানৰপৰা আঁতৰি নাযায় ( শ্লোক 101 ), বা এই পৃথিৱীৰ নীচ দ্ৰব্য স্পৰ্শ নকৰা ৰাজহংসৰ দৰে ( শ্লোক 64, 65, 66 )। এনেকুৱা আৰু এক প্ৰতীক হ'ল কুলী চৰাই, ভগৱানৰপৰা বিচ্ছেদৰ বাবে যাৰ ৰং অন্ধকাৰৰ দৰে হৈছে। আন এটা শ্লোকত এনে বিচ্ছেদৰ প্ৰতি অনুভূতি-প্ৰৱণতাক ৰজাৰ দৰে বিশাল বুলি কোৱা হৈছে আৰু যি শ্মশানে এনে বিচ্ছেদ অনুভৱ নকৰে সি শ্মশানৰ দৰে মৃত ( শ্লোক 36 )। 98 আৰু 100 নম্বৰ শ্লোকত জীৱনৰ বহুমূলীয়া বছৰবোৰৰ বিষয়ে অনুকম্পা আৰু অনুশোচনা মিশ্ৰিত যি শক্তিশালী ছবি আছে সি নাস্তিক মানুহৰ অন্তৰতো ভীতিৰ সঞ্চাৰ কৰে।

বিনয়, আড়ম্বৰহীনতা আৰু মানবতাবাদ হ'ল চুফীৰ আধ্যাত্মিক আৰু নৈতিক বিকাশৰ মূল কথা আৰু শ্লোক কেইটাৰ যোগেদি সেইবোৰে প্ৰকাশ পাইছে। যিমানেই নিঃকিন নহওক কিয়, প্ৰতিখন মানব হৃদয়ৰ প্ৰতি অনুকম্পা দেখুৱাবলৈ নিৰ্দেশ দিয়া শেখৰ 129 আৰু 130 নম্বৰ শ্লোক দুটাই বিশেষভাবে অভিভূত কৰে। শ্ৰেখ ফৰিদৰ এই বিশ্বজনীন আধ্যাত্মিকতাবাদে তেওঁক এনে এক স্তৰলৈ উন্নীত কৰিছে যে তেওঁ কেৱল মুছলমান বা আন সম্প্ৰদায়ৰে নহয়, সমগ্ৰ মানব জাতিৰে শিক্ষক হৈ পৰিছে। শ্লোকবোৰত তেওঁ যদিও নমাজ আদি মুছলমান শব্দ প্ৰয়োগ কৰিছে, সেইবুলি কিন্তু তেওঁ কোনো সংকীৰ্ণ অৰ্থত প্ৰাৰ্থনা কৰিবলৈ আহ্বান জনোৱা নাই, বৰং জাতি-ধৰ্ম নিৰ্বিশেষে ভক্তি আৰু অন্তৰৰ বিশুদ্ধতাহে বিচাৰিছে। 19, 53, 61, 88 আদি নম্বৰৰ শ্লোকবোৰত বিশ্বজনীন ধৰ্মৰ সৰ্বোৎকৃষ্ট ধাৰণা এটা নিহিত হৈ আছে।

এই কেইটা শ্লোকত ভগৱান নিৰ্জন বা অনুৰ্বৰ অঞ্চলত নহয়, তেওঁক অন্বেষণ কৰা জনৰ অন্তৰতহে বাস কৰে বুলি কোৱা হৈছে। মানুহক এটা পুখুৰীৰ দৰে ক্ষুদ্ৰ আৰু সংকীৰ্ণ বিশ্বাসৰ অনুগামী নহৈ হ্ৰদৰ দৰে বিশাল আৰু গভীৰ বিশ্বাসৰ অন্বেষণত ওলাই আহিবলৈ আহ্বান কৰা হৈছে। ক'লা পোচাক পিন্ধাজন নহয়, পবিত্ৰ অন্তৰৰ মানুহজনহে প্ৰকৃত দৰবেশ। হৃদয়ক উগুল-থুগুল লগোৱা অনুভূতিবোৰ দমন কৰিব লাগিব আৰু কাণত এনেকৈ ঠিলা লগাব লাগিব যাতে ভগৱানৰ ওচৰলৈ আহিব পৰা যায়। কিছুমান শ্লোকত আৰু 23 নম্বৰটোত ওখখাপৰ নৈতিক শিক্ষা দিয়া হৈছে। উদাহৰণ স্বৰূপে কোৱা হৈছে যে আকাশিয়া গছত আঙুৰ নালাগে বা খহটা নোমৰ পৰা কোমল

ৰেচম নোলায়। আন কিছুমান শ্লোকৰ ( 70, 84 ) প্ৰধান বিষয় হ'ল ক্ষমা আৰু অহিংসা। মৃতসকলৰ বাবে গভীৰ শোক ব্যক্ত কৰা হৈছে—আমাৰ পিতৃমাতৃসকল বা ক'ত আছে? তুমি নিজেই বা ক'ত থাকিবা? ( 73 শ্লোক )

কিছুমান শ্লোকৰ প্ৰকাশভংগী অত্যন্ত কাব্যিক, কিন্তু অৰ্থ আধ্যাত্মিক। এইবোৰক ভালদৰে গদ্যলৈ ৰূপান্তৰিত কৰিব নোৱাৰি, কিয়নো তাৰ প্ৰকাশভংগী প্ৰতীকধৰ্মী। মনৰ লগত যদি অভিজ্ঞতাৰ সংগতি নাথাকে, তেন্তে এই শ্লোকবোৰে বিভ্ৰান্তিৰহে সৃষ্টি কৰিব পাৰে। এনে কেইটামান শ্লোক হ'ল ৰাগ আশা বা ৰাগ চুহী শব্দত ( প্ৰাৰ্থনা সংগীত ) ৰচিত 6 আৰু 7 নম্বৰ শ্লোক কেইটা, যি কেইটাৰ সম্পূৰ্ণভাবে উদ্ধৃতি দিয়া উচিত:

'হে মানব, সময় থাকোতে তুমি
মনৰ নাৱক আয়ত্ত কৰাৰ চিন্তা নকৰিলা।
ধুমুহাই স্ফীত কৰা হ্ৰদটোত ই কেনেকৈ ওপঙিব?
মূহূৰ্ত হ'ল কসুম্ভৰ দৰে আনন্দ, যি এটা স্পৰ্শতে
জ্বলি শেষ হৈ যায়।
তাক স্পৰ্শ নকৰিবা, হে প্ৰিয়তম, সি নিঃশেষ হৈ যাব পাৰে।
গুৰুজনৰ গম্ভীৰ সুৰৰ প্ৰভাবত, এই নিশকতীয়া
স্ত্ৰীৰূপ কঁপি উঠিছে।
যৌবন এতিয়া অতীত, বক্ষ আৰু কেতিয়াও গাখীৰেৰে
চপচপীয়া নহয়;
প্ৰেমৰ আলিংগন আৰু কেতিয়াও নহয়।
ফৰিদে ক'লে—শুনা মোৰ আত্মাৰ ভগ্নীসকল
এদিন জীৱন হংসই অনিচ্ছুক ভাবে ডেউকা মেলিব!
সেইদিনা এই শৰীৰ হ'ব মাথো এক ধূলিৰ দ'ম।'

ধৰ্মীয় জীৱনত গভীৰ আৰু গুপুত কথাবোৰে আকৌ 10, 107 আৰু 112 নম্বৰ শ্লোকবোৰত স্থান পাইছে। আড়ম্বৰহীনতা আৰু পৃথিবীৰ পৰা আঁতৰি থোৱাটো হ'ল প্ৰথমটোৰ বিষয়বস্তু ('খহটা উলৰ বস্ত্ৰ পৰিধান কৰিবা'); ইখন জগতত ভগৱানৰ উপস্থিতিৰ উপলব্ধি ('তুমি ভগৱানক পাহৰিছা, কিন্তু জানি থোৱা যে ভগৱানে তোমাক পাহৰা নাই') আৰু শেষৰটোৰ অৰ্থাৎ 112 নম্বৰটোৰ বিষয়বস্তু হ'ল আত্মাৰ ওপৰত পৰা সূক্ষ্ম প্ৰভাৱ।

নৈতিক জীৱনৰ বাটটো কঠোৰ প্ৰায়শ্চিত্ত আৰু আত্মত্যাগৰ। 60 নম্বৰ শ্লোকটোৱে সন্তসকল বৃক্ষৰ দৰে সহনশীল বুলি কৈছে, 'যি বিনা আপত্তিৰে শিৰ পাতি দিয়ে।' 115 আৰু 117 নম্বৰ শ্লোক কেইটাৰ নৈতিক উত্তৰণৰ

ক্ষেত্ৰত অতি আৱশ্যকীয় প্ৰমূল্য অগাধ ধৈৰ্য আৰু সহিষ্ণুতাৰ কথা কৈছে। 125 নম্বৰটোত আত্মাৰ পথীৰ পথ ভেটি থকা মায়া-মোহৰ কথা কৈছে। আদৰ্শৰ উচ্চতম শিখৰত যাপনা কৰি লাভ কৰা সমৃদ্ধ অভিজ্ঞতাৰ পৰা এনেবোৰ বিষয়ৰ প্ৰকাশ নিগৰি বাহিৰ হৈছে। 30 নম্বৰ শ্লোকটোত প্ৰেমিকাৰ আকুল আত্মাই আঁতৰি থকা প্ৰিয়জনৰ অন্বেষণ কৰা কথাটোত ভাৰতীয় আধ্যাত্মিক কবিতাৰ এটা পৰিচিতি পোৱা গৈছে। এই 'বাণী'ৰ কিছু অংশত ভগৱান আৰু মানবজাতিৰ প্ৰেমৰ অন্বেষণৰত মহৎ ফকীৰ, ঈশ্বৰ-ভক্ত আৰু নৈতিক শিক্ষক বাবা ফৰিদৰ নিজৰ জীৱনৰ ছাঁ দেখাটো আচৰিত কথা নহয়।

শ্লোকবিলাকত লিপিৱদ্ধ শ্বেখ ফৰিদৰ জীৱনৰ কিছুমান ঘটনা আৰু বাণী চূড়ান্ত প্ৰায়শ্চিত্তৰ নিদৰ্শন। উদাহৰণ স্বৰূপে 28 নম্বৰত ৰুটি বা 'কাঠৰ' (প্ৰতীক হিচাবে বিশ্লেষণ কৰা উচিত) চেপেটা পিঠাৰ কথা আছে ; 45 নম্বৰ শ্লোকটোত নিমখক পৰ্যন্ত বিলাসৰ সমগ্ৰী বুলি গণ্য কৰা হৈছে। 91 আৰু 93 শ্লোক দুটাত খুটিয়াই থকা কাউৰীক চকু দুটাৰ পৰা অন্ততঃ আঁতৰি থাকিবলৈ কোৱা হৈছে—'যাতে মই প্ৰিয়জনৰ দৰ্শন লভিব পাৰোঁ।' কেবাটাও শ্লোকত কবিজনে এজন আলৰ বুঢ়া হিচাবে দেখা দিছে—নিশ্চয় ই 95 বছৰ বয়সীয়া শ্বেখ ফৰিদৰে প্ৰতিচ্ছবি।

কিন্তু চিৰাচৰিত অৰ্থত এই 'বাণী' জীৱনীমূলক হওক বা নহওক, ই এক অতিশয় মূল্যবান সম্পদ। ইয়াত মানবজাতিৰ অতি কম সংখ্যক লোকেহে যি অভিজ্ঞতা লাভ কৰি পিছৰ চাম লোকক প্ৰদান কৰিবলৈ সক্ষম হয়, তেনে ধৰণৰ উচ্চ আধ্যাত্মিক অভিজ্ঞতা প্ৰকাশ কৰা হৈছে।

# চুফীবাদ ঃ ইয়াৰ পৰম্পৰা
## উৎস আৰু ভাৰতীয় বিকাশ

এহেজাৰ বছৰতকৈ কিছু বেছি সময় জুৰি ইছলামৰ বৃহৎ জগতখনত ইছলামৰ অতীন্দ্ৰিয়বাদৰ তত্ত্ববোৰৰ বিকাশ পূৰ্ণ মহিমাৰে সংঘটিত আৰু এই বিশ্বাসে সকলো দেশতে বহুতো মানুহক প্ৰভাবান্বিত কৰে। ইছলামৰ অতীন্দ্ৰিয়বাদৰ সাধাৰণ নামেই চুফীবাদ। চুফীধৰ্ম বিকাশৰ এটা মহৎ কথা হ'ল এয়ে যে ইয়াৰ প্ৰেৰণাত পাৰস্য আৰু প্ৰত্যক্ষ বা পৰোক্ষভাবে কবি আৰু সৰ্বসাধাৰণে পাৰ্চীভাষাত জ্ঞানলাভ কৰা অঞ্চলবোৰত সৃষ্টি হোৱা কবিতাবোৰ। চুফী কবিতা ইছলাম সংস্কৃতিৰ এক গৌৰব আৰু সুদূৰ প্ৰাচ্যৰ পৰা বাংলাদেশ, ভাৰত, পাকিস্তান আৰু মধ্যপ্ৰাচ্যকে ধৰি আফ্ৰিকাৰ শেষপ্ৰান্ত পৰ্যন্ত পৃথিবীৰ নানা অঞ্চলত ইছলাম ধৰ্মাৱলম্বীসকলৰ মাজত প্ৰচলিত ভাষাবোৰত ইয়াৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। এই চুফী কবিতাৰ মাজত আট্টাৰ, জালালুদ্দিন ৰুমী, হাফিজ, ইৰাকী, ঘানী আৰু উৰ্ফিৰ পাৰ্চীভাষাত সৃষ্টি কৰা গভীৰ দাৰ্শনিক কাব্যও আছে আৰু লগতে বিভিন্ন ভাষা-উপভাষাৰ জনপ্ৰিয় ভক্তিমূলক গীতো আছে।

সৰ্বোত্তম চুফী কবিতাখিনি পাৰ্চীভাষাত বৰ্ণিত হ'লেও, আৰু ইয়াৰ তত্ত্বসমূহৰ সৰ্বশেষ ৰূপ আৰবদেশবোৰত আৰু ইৰাণত পণ্ডিতসকলে আৰবী আৰু পাৰ্চী-ভাষাত দিলেও ওচৰ-চুবুৰীয়া দেশ আফগানিস্তানৰ দৰে ভাৰতবৰ্ষতো ইয়াৰ তত্ত্ববোৰ ঠাই কৰি লৈছে। বাগ্মীবৰসকলে মুছলমান তত্ত্ব আৰু শ্বাৰিয়াত বা ধৰ্মীয় আইনৰ সূক্ষ্ম কথালৈ বাক্-বিতণ্ডা কৰি থাকিলেও জনসাধাৰণে কিন্তু চুফীসকলে সৃষ্টি কৰা ভক্তিৰ পৰম্পৰাৰ পৰা আধ্যাত্মিক ফল লাভ কৰিয়েই সন্তুষ্ট আছে। চুফীসকলে অৱশ্যে শ্বাৰিয়াতৰ মূল লক্ষ্যবোৰৰ পৰা কেতিয়াও আঁতৰি যোৱা নাই। চুফীধৰ্মই তত্ত্বগধূৰ ইছলামৰ উপাসনাৰ এক সমান্তৰাল সৃষ্টি কৰিলে, যদিও ই মূল ধৰ্মৰ লগত সম্পৰ্ক ছেদ নকৰিলে বা ৰক্ষণশীল মতবাদৰ পৰা খুব দূৰলৈও আঁতৰি নগ'ল। কেতিয়াবাহে চুফীধৰ্মপ্ৰচাৰকসকল ৰক্ষণশীল মতবাদৰ কোনো কাৰ্যৰ বিৰুদ্ধে গৈছে। মনচুৰ-আল-হালাছ ( নৱম শতিকাত বাগদাদত তেওঁক প্ৰাণদণ্ড বিহা হয় ) বা শ্বামছ্-ই-তাব্ৰিজ ( তেৰ শতিকাত শ্বহীদ হয় ) বা চাৰমাদৰ ক্ষেত্ৰত ( 1661 চনত দিল্লীত শ্বহীদ হয় ) যেতিয়া এনে মতভেদ হৈছে, ৰক্ষণশীল শাসকে বিক্ষোভকাৰীসকলক লগেলগেই

শান্তি বিহিছে। কিন্তু চুফী আবেগৰ নামত শ্বহীদ হোৱা এই তিনিজনকেই জনপ্ৰিয় মুছলমান মতবাদ অনুযায়ী সম্মান প্ৰদৰ্শন কৰা হৈছে আৰু মহাপুৰুষ বুলি জ্ঞান কৰা হৈছে। সমগ্ৰ মুছলমান জগতত আৰু মুছলমান পৰম্পৰা আৰু সংস্কৃতিয়ে কিছু পৰিমাণে প্ৰভাৱান্বিত কৰা মানুহৰ মাজত মনচুৰক সত্য অন্বেষণকাৰীৰ নিদৰ্শন, অসাধাৰণ অভিজ্ঞতাৰ অধিকাৰী সৰ্বোত্তম শ্বহীদ হিচাবে পৰিগণিত কৰা হৈছে। ৰক্ষণশীলতা আৰু চুফীধৰ্মৰ উচ্ছাসৰ মিলন ঘটোৱাৰ ক্ষেত্ৰত কঠোৰতা আৰু নৈতিক বিৰোধিতাক আবেগিক সঁহাৰিৰ পথত কণ্টক হ'বলৈ নিদিয়া মানুহৰ অন্তৰত চুফীবাদ কিমান গভীৰভাৱে প্ৰৱেশ কৰিছে ইয়াৰ দ্বাৰা সেই কথাই প্ৰমাণিত হয়। এক ধৰণৰ মুছলমান ধৰ্মগুৰু বুলি পৰিগণিত হোৱা বিভিন্ন শ্ৰেণী আৰু সম্প্ৰদায়ৰ চুফীসকলে বহুকাল জুৰি ( এহেজাৰ বছৰতকৈও অধিক ) আধ্যাত্মিক পথপ্ৰদৰ্শক হিচাবে ইছলামৰ ৰক্ষণশীল পুৰোহিত মোল্লা-সকলৰ লগতেই একে কৰ্তৃত্ব আৰু সন্মানৰ অংশীদাৰ হৈ আহিছে।

অতি অচিৰেই অৰ্থাৎ ঘজনীসকলৰ দ্বাৰা পঞ্জাব আৰু তাৰ ওচৰ-পাজৰৰ অঞ্চলবোৰ অধিকৃত হোৱাৰ পাছতেই এঘাৰ শতিকাত ভাৰতবৰ্ষত চুফীধৰ্ম প্ৰৱেশ কৰে। তাৰ পিছত ইছলাম-বিৰোধী মংগোলসকলে চমৰখণ্ড আৰু বোখাৰাৰ পৰা বাগদাদ পৰ্যন্ত সমগ্ৰ মুছলমান জগতক জুলুম কৰা ঘটনাকে আদি কৰি কেতবোৰ ঐতিহাসিক কাৰণৰ বাবে ওচৰ-চুবুৰিয়া দেশৰ পৰা শান্তি, স্থায়িত্ব আৰু সহনশীলতাৰ অংগীকাৰ বহন কৰি আমাৰ দেশলৈ মুছলমান পণ্ডিত আৰু ধৰ্মীয় পথপ্ৰদৰ্শকৰ আগমন ঘটে। এইদৰে লাহোৰ, মুলতান আৰু চিৰহিন্দৰ পৰা আধুনিক হৰিয়ানাকে ধৰি দিল্লী পৰ্যন্ত আৰু তাৰো সিফাললৈ ত্ৰয়োদশ শতিকাৰ আৰম্ভনিত ইছলাম শিক্ষা আৰু চুফী কৰুণাৰ কেন্দ্ৰ প্ৰচাৰিত হয়। যদিও প্ৰথমছোৱাৰ চুফীসকল তেওঁলোক প্ৰতিপালিত হোৱা পাচী সাংস্কৃতিক পটভূমিৰ ভালেমান কিবাকিবিয়ে সংৰক্ষণ কৰিছিল, তেওঁলোকৰ পৰৱৰ্তী চুফীসকল কিন্তু আমাৰ দেশৰ সংস্কৃতিৰ লগত মিলি গৈছিল আৰু আমাৰ ভাষাত কথা কৈ আৰু জনগণৰ ভাষাত তেওঁলোকৰ বাণী প্ৰচাৰ কৰি সকলোৰে বোধগম্য কাব্যৰ সৃষ্টি কৰিলে। ইছলামৰ প্ৰধান তত্ত্ব আৰু মহান দাৰ্শনিকসকলে নিজ পৰম্পৰা অনুযায়ী আৰবদেশবোৰত আৰু ইৰাণত প্ৰস্তুত কৰা চুফী দৰ্শনৰ যাৱতীয় ব্যৱস্থা সংৰক্ষণ কৰিও এই দেশৰ মাটিৰ বোল লগা প্ৰতীক আৰু প্ৰকাশভংগীৰ বিকাশ ঘটালে।

এই চুফীসকলে ভাৰতত ইছলামৰ প্ৰতিষ্ঠা হোৱাৰ সময়ত মূল সম্প্ৰদায়ৰ পৰা ভাগি অহা বহুত সম্প্ৰদায় আৰু পৰম্পৰাৰ যোগী আৰু ভক্তসকলৰ লগত ভাবনা-চিন্তা আৰু আধ্যাত্মিক অভিজ্ঞতাৰ আদান-প্ৰদান কৰিছিল। এনে আধ্যাত্মিক লেনদেনৰ ফলত নানা পৰ্যায়ত এক ধৰণৰ সংমিশ্ৰণ হ'ল, যাৰ প্ৰভাৱ কিছু

কিছু ক্ষেত্ৰত মূলত সোমাল আৰু কিছু কিছু ক্ষেত্ৰত উপকৰুৱা হৈ ৰ'ল। কিন্তু সৰ্বসাধাৰণে প্ৰত্যেক পৰম্পৰাৰ পৰিভাষা আৰু আধ্যাত্মিক দৰ্শন গ্ৰহণ কৰিলে আৰু মূল পৰম্পৰা অব্যাহত ৰাখিও এক সাৰ্বজনীন আহ্বানত সঁহাৰি দিলে। এইদৰে আমাৰ জনগণক এক সংগতিপূৰ্ণ আধ্যাত্মিক অন্তৰ্দৃষ্টি প্ৰদান কৰা আৰু ধৰ্মীয় সহিষ্ণুতা, সম্প্ৰীতি আৰু মানৱতাবাদেৰে গঠিত জাতীয় দৃষ্টিভংগী এটাৰ ভেঁটি স্থাপন কৰাৰ ধৰ্মীয় ক্ৰমবিকাশৰ প্ৰক্ৰিয়াটোত চুফীসকলে অংশ গ্ৰহণ কৰিলে। ফলত কালক্ৰমত ভাৰতৰ অন্যান্য ভক্ত আৰু যোগীসকলৰ লগতে চুফীসকলে ভাৰতৰ জাতীয় ধৰ্মগুৰু হিচাবে পৰিগণিত হ'ল। বহু শতিকাৰ পিছতো সাধাৰণ মানুহৰ বিশ্বাস আৰু প্ৰতিক্ৰিয়াত তেওঁলোকে দিয়া শিক্ষাৰ প্ৰভাৱ পৰিলক্ষিত হয়। শ্বেখ ফৰিদ আৰু তেওঁৰ শিক্ষাৰ চৰিত্ৰ অনুধাবন কৰিবলৈ আৰু সুকীয়া চৰিত্ৰ ৰক্ষা কৰিও সহনশীলতা আৰু সম্প্ৰীতিৰ ভাব বিলোৱা তেওঁৰ পবিত্ৰ লিখনি বা 'বাণী' শিখসকলৰ ধৰ্মগ্ৰন্থত অন্তৰ্ভুক্ত হোৱাৰ কাৰণ ভালদৰে বুজিবলৈ এই গ্ৰন্থত ৰুৰাৰ দৰে চমুকৈ হলেও ভাৰতত চুফীবাদৰ বিকাশৰ বিষয়ে অধ্যয়ন কৰা উচিত। ধৰ্মীয় বিশ্বাস আৰু অভ্যাসৰ ইতিহাসত এই কথাটো চকুত পৰে।

চুফীধৰ্মৰ প্ৰধান তত্ত্ব আৰু শিক্ষাৰ বিষয়ে এটা সংক্ষিপ্ত পৰ্যালোচনা কৰাৰ আগতে বহু শতিকা জুৰি মুছলমান জগত চুফীধৰ্মত বিতৰ্কিত চুফী শব্দটোৰ ব্যাখ্যা কৰাটো উচিত হ'ব। সৰহভাগ লোকৰ মতে চুফী আৰু বিভিন্ন সম্প্ৰদায়ৰ লোকে 'চুফী' নামৰ এবিধ খহটা, ক'লা উলৰ পোছাকৰ পৰাই ই উদ্ভাৱন হৈছে। এই মতটোহে যে সত্য, আৰু চাফা ( পবিত্ৰ ) বা চুফ্‌ফা ( ধৰ্মপ্ৰচাৰক জন—অৰ্থাৎ হজৰতৰ অন্তৰংগ লোকসকল যিখন চোতালত গোট খোৱা বুলি কথিত আছে ) শব্দটোৰ পৰাই নামটো উদ্ভৱ হোৱা বুলি কোৱা সকলৰ মত যে ভ্ৰান্ত তাৰ প্ৰমাণ হ'ল এয়ে যে ইৰাণৰ চুফীসকল পাছমিনাপোছ ( উল পৰিধানকাৰীসকল ) বুলি জনাজাত। এই উৎসটো সম্পৰ্কে গ্ৰন্থ চাহিবৰ শ্বেখ ফৰিদৰ শ্লোকবোৰত এটা ইংগিত আছে। 50 নং শ্লোকটো এনে ধৰণৰ :

'ফৰিদ, যি প্ৰাৰ্থনা কৰা চাৰিখন নিজ কান্ধত বহন কৰে,
খহটা উল পৰিধান কৰে,
কিন্তু অন্তৰত তীক্ষ্ণ ছুৰিকা লুকাই থয় আৰু অনায়াসে মিছা কয়,
এয়াই হ'ল তেওঁলোক যাৰ বহিৰ্ভাগ জ্যোতিষ্মান,
কিন্তু অন্তৰত অন্ধকাৰ নিশা।'

জনপ্ৰিয় মুছলমান ধৰ্মগীতৰ পৰম্পৰাত হজৰতক 'কম্‌লিবালা' ( উল

পৰিধানকাৰী ) বুলি সম্বোধন কৰাৰ এক সশ্ৰদ্ধ মনোবৃত্তি পৰিলক্ষিত হয়। যদিও এই উপাধিটো জনসাধাৰণৰ গীতবোৰত ( নাট ) সঘনাই পোৱা যায়, তথাপিও ইকবালৰ ৰাং-ই-দাবা আৰু মহান তাৰ্কিক আৰু স্বভাৱকবি জাফৰ আলি খানৰ দৰে জ্ঞানগৰ্ভ লিখনিতো ইয়াক পোৱা যায়। এবিধ বিশেষ শ্ৰেণীৰ মহাপুৰুষক সূচাবলৈ 'চুফী' শব্দটোৰ প্ৰচলন ইছলামৰ জন্মৰ দুই শতিকা মান পিছত হয় যেন লাগে। কোৰাণৰ 56 (11) ৰাগত ( ওৱাকিৰা ) ভগৱানৰ প্ৰতি বিশেষভাবে অনুগতসকলক মুকাৰাবান ( অন্তৰংগ ) বুলি কোৱা হৈছে। এঘাৰ শতিকাত লেখিবলৈ আৰম্ভ কৰা আলি বেন উচমান হুজুৰীয়ে পাৰ্চী ভাষাত লেখা তেওঁৰ গ্ৰন্থ কাছফুল মাহজুবতত চুফী ধৰ্মৰ আলোচনাত সেই ধৰ্মৰ মূল কথাৰ ইমান গভীৰলৈ সোমাই গৈছে যে এই গোষ্ঠীৰ তিনি শ্ৰেণীৰ দাবীদাৰ আৰু বিশ্বাসীৰ নিজৰ মূল পাৰ্থক্যটো বাহিৰ কৰিবলৈ সক্ষম হৈছে। প্ৰকৃত চুফীসকলৰ বাহিৰেও আৰু এক শ্ৰেণীৰ অজ্ঞ, অন্ধ 'পথ' অনুসৰণকাৰী ভক্ত আছে যাক 'আল-মুটাচাৱিফিট্-উল-জাহিলা' বুলি কোৱা হৈছে। পীৰৰ আগত বশ্যতা স্বীকাৰ নকৰা এই শ্ৰেণীৰ আৰু এক দাবীদাৰ আছে আৰু এওঁ ধৰ্মটোৰ প্ৰকৃত সামা কোনখিনিত তাকো গুৰুজনৰ পৰা শিকি লোৱা নাই। ইয়াৰ কিছু পিছত পৃথিৱীৰ বাবে 'মৃত' কিন্তু ভগৱানৰ ওচৰত নতুন জীৱনৰ সন্ধান পোৱা চুফীসকলৰ বাহিৰেও নিজকে চুফী বুলি দাবী কৰা আন দুই শ্ৰেণীৰ অসত ব্যক্তিৰ কথাও উল্লেখ কৰিছে। প্ৰথমটো হ'ল—ভাৰতৰ হঠ-যোগীসকলৰ দৰে নেৰা-নেপেৰা যত্ন কৰি চুফীসকলে লাভ কৰা অভিজ্ঞতা অৰ্জন কৰিবলৈ প্ৰয়াস কৰা লোকসকল যাক মুটাচাৱিফ বুলি কোৱা হয়। দ্বিতীয় বিধ হ'ল—মুষ্টাচাৱিফ নামৰ এক চতুৰ শ্ৰেণী যি বৈষয়িক লাভৰ বাবেহে চুফীসকলক অনুসৰণ কৰে। পিছৰ শ্ৰেণীটোৰ বিষয়ে কোৱা হৈছে যে এজন চুফীৰ তুলনাত এজন মুষ্টাচাৱিফ এটা মাখিৰ দৰে, সাধাৰণ মানুহৰ তুলনাত তেওঁ এটা কুকুৰনেচীয়া বাঘ।

আলি হুজুৰীয়ে তেওঁৰ বিখ্যাত আলোচনাৰ আৰম্ভনীত চুফী এজনৰ মন আৰু চৰিত্ৰৰ ওপৰত যথেষ্ট আলোকপাত কৰিছে। সেই গুণবোৰৰ কেইটামান উল্লেখযোগ্য দিশ হ'ল—ভগৱানৰ লগত মিলিত হ'বলৈ ব্যাকুল হোৱা বস্তুবাদক নেওচা দি দাৰিদ্ৰ্য বৰণ কৰি সন্তুষ্ট হৈ থকা আৰু ভগৱানৰ ওচৰত সম্পূৰ্ণভাৱে আত্মসমৰ্পণ কৰা। যোগীসকলৰ গীতাত কোৱাৰ দৰে এজন চুফীৰ বাবে এচপৰা মাটি বা এলদা সোণৰ মূল্য একে। তেওঁ কেৱল ভগৱানকহে দেখে, আৰু ভগৱান নহয়—এনে কাৰোবে অস্তিত্ব তেওঁৰ বাবে নাথাকে। চুফী ধৰ্মৰ বিকাশৰ ফলত এনে কেইজনমান মহাপুৰুষৰ জন্ম হ'ল যি আচাৰ-বিচাৰৰ তুচ্ছ দ্বন্দ্বৰ উচ্চলৈ উঠি জ্ঞানৰ পোহৰ আৰু আধ্যাত্মিক অভিজ্ঞতাহে বিচাৰিলে।

মুছলমান জগতৰ সৰ্বত্ৰ চুফীসকলক পোৱা গৈছিল, কিন্তু তাত্ত্বিক দিশত চুফীবাদৰ বিকাশ সৰ্বশ্ৰেষ্ঠ আছিল ইৰাণত, যদিও ইয়াৰ আদি ভাগৰ বেচিভাগ বিশ্লেষণমূলক সাহিত্য পণ্ডিতসকলে ভাব আদান-প্ৰদান কৰা আৰবী ভাষাত ৰচিত হৈছিল।

কাছফুল মহজুবতত চুফীবাদৰ অনেক তত্ত্ব সন্নিবিষ্ট কৰা হৈছে। সেইবোৰে যে কেৱল তেতিয়ালৈ বিকশিত হোৱা চুফী চিন্তাকহে প্ৰতিফলিত কৰিছে তেনে নহয়, লগতে শ্বাৰিয়াতৰ প্ৰতিও অনুগত হৈ থাকি সহজ সৰলভাৱে বিকশিত হ'বলৈ ধৰা ভৱিষ্যতৰ মূল ঐতিহ্যৰো বীজ সিচিছে, আৰু একে সময়তে আত্মশুদ্ধি আৰু জ্ঞান আহৰণ কৰাতো গুৰুত্ব দিছে। ইস্ক (প্ৰেম, উচ্ছ্বসিত অনুৰাগ), ৰেজা (গীতাৰ কৰ্মফল ত্যাগ কৰাৰ দৰে ভগৱানৰ ইচ্ছাৰ ওচৰত আত্মসমৰ্পণ কৰা) আৰু ওৱাৰা (মিতাচাৰ, পবিত্ৰতা) হ'ল কিছুমান মূল নীতি যাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। ধৰ্মক বুদ্ধিজীবিৰ দৃষ্টিভংগীৰেহে চোৱা পণ্ডিতক সন্মানসহকাৰে উল্লেখ কৰা হোৱা নাই। চুফী পৰম্পৰাৰ প্ৰতিষ্ঠিত ৰীতি হ'ল পাণ্ডিত্য আৰু অভিজ্ঞতাৰ মাজত সমন্বয় ঘটোৱা। ইয়াহিয়া-বিন-মাজ-উৰ-ৰাজি নামৰ মহান চুফীজনৰ চুক্তি অনুমোদনসহ উদ্ধৃত কৰা হৈছে:

'মানুহৰ মাজত এনেবোৰ ব্যক্তিৰ সংশ্ৰব এৰাই চলিবা—দায়িত্ব আওকাণ কৰা শাস্ত্ৰীসকল; নীতিবিৰুদ্ধ ঘোষণা কৰা পণ্ডিত আৰু নিজকে চুফী বুলি দাবী কৰা অজ্ঞ লোক।'

কিতাপখনৰ বক্তব্য অনুযায়ী—বিষয়-বাবৰ বাবে হেঁপাহ কৰা, নিজৰ সুবিধামতে শ্বাৰিয়াতৰ ব্যাখ্যা কৰা আৰু ৰজা আৰু স্বেচ্ছাচাৰী লোকৰ দুৱাৰে ঘূৰি তেওঁলোকক পূজা কৰা আৰু পাৰ্থিব খ্যাতিক উচ্চদৃষ্টিৰে বিচাৰ কৰাসকল হ'ল পথভ্ৰষ্ট শাস্ত্ৰজ্ঞ পুৰুষ। নিজৰ বুদ্ধি-বৃত্তিত মতলীয়া হৈ তেওঁলোকে শব্দৰ আঁহফলা বিচাৰ কৰে। এইবোৰৰ উপৰিও তেওঁলোকে নমস্য ধৰ্মপুৰুষসকলৰ বদনাম ৰটে আৰু এই ধৰ্মগুৰুসকলৰ প্ৰতি কৰা অবিচাৰ, অত্যাচাৰৰ অংশীদাৰ হয়—এক কথাত, যুক্তিহীন কথা-বতৰাত ব্যাপৃত হয়......গুৰুৰ সংগ লাভ কৰি সংযম নিশিকি অনভিজ্ঞ অৱস্থাতে, কোনো ধৰণৰ বিচক্ষণতা অৰ্জন নকৰাকৈয়ে নীলা পোছাক পিন্ধি মানুহৰ মাজলৈ যোৱাজন হ'ল চুফীবাদৰ এজন অজ্ঞ দাবীদাৰ......এঘাৰ শতিকাত কেতবোৰ মূল নীতিক লৈ গঢ় লৈ উঠা বাৰটা চুফী সম্প্ৰদায়ৰ কাছফুল মহজুবত উল্লেখ আছে। এই বাৰটাৰ ভিতৰত দুটাৰ উল্লেখ এক ধৰণৰ বিতৃষ্ণাৰে কৰা হৈছে। এই দুইটাই দেহান্তৰ আৰু আন তেনে ধৰণৰ ধৰ্মদ্ৰোহী কথাত বিশ্বাস কৰে।

চুফী ধৰ্মৰ বিকাশ আৰু বহু লোকৰ ইয়াৰ প্ৰতি আকৰ্ষণৰ লগে লগে ই

বহুতো গোষ্ঠী আৰু সম্প্ৰদায়ত বিভক্ত হ'ল, লগতে আগৰ পৰাই প্ৰচলিত বিভিন্ন চিন্তাধাৰাৰ তাত্ত্বিক প্ৰভাব আৰু শিক্ষাও হজম কৰিলে। চুফী দৃষ্টিভংগীৰ বীজ অৱশ্যে কোৰাণৰ কিছুমান অংশত পোৱা যায় য'ত অতি সমৃদ্ধ আৰু কাব্যিক ভাষাত পৃথিবীৰ নানা ঘটনা আৰু কথাত ভগৱানৰ উপস্থিতিৰ বিষয়ে বৰ্ণনা কৰা হৈছে। ই হ'ল অতীন্দ্ৰিয়বাদৰ মূল মন্ত্ৰ। ইছলাম ধৰ্মত ওচৰা-ওচৰিকৈ থকা অদ্বৈতবাদ আৰু সৰ্বত্ৰ বিৰাজমান ভগৱানৰ ভাবমূৰ্তি—ইয়ে হ'ল ৰহস্যবাদৰ মূল কথা আৰু বিশ্বাসৰ ক্ষেত্ৰত সিয়ে প্ৰাধান্য লাভ কৰিছে। ইয়াৰ বাহিৰেও আছে ভগৱানৰ লগত প্ৰত্যক্ষ অভিজ্ঞতা আৰু ৰহস্যবাদীজনৰ মন আৰু আত্মাক আয়ত্তাধীন কৰিব পৰা ধৰ্মৰ জাগতিক ৰূপৰ উৰ্ধৰ মহা-অতীন্দ্ৰিয়বাদী সত্য। কোৰাণৰ কিছু অংশত আৰু ধৰ্ম প্ৰতাৰকজন অৰ্থাৎ হজৰতৰ পৰম্পৰাত (হাদিথ) যি অভিজ্ঞতাৰ বীজ নিহিত আছিল—তাক গুৰুত্ব দিয়াটোৱে হ'ল ইছলাম ধৰ্মৰ প্ৰতি চুফীৰ প্ৰধান অবদান। এই দুয়োখন গ্ৰন্থৰ উপৰিও পিছৰ শতিকবোৰত অন্যান্য বহুধৰণৰ প্ৰভাবো যোগ হৈছিল। কোৰাণত আছে যে 'দেৱদূতে ধৰ্মপ্ৰচাৰকজনক আল্লাৰ বাণী বা ওৱাহি শুনাবলৈ আহিলত তেওঁৰ-পৰা দেবদূতজন দুই অথবা তাতকৈ অধিক ধনুৰ দূৰত্বত থিয় হ'ল।' স্বৰ্গীয় জ্ঞান লাভ কৰোঁতে ধৰ্মপ্ৰচাৰকজন যেতিয়া দেবদূতৰ সমুখলৈ আহি উত্থান বা মিৰাজ কৰিলে আৰু সেই স্বৰ্গীয় জ্যোতিৰ পিনে চালে, 'তেওঁ সৰ্বোচ্চ আল্লাৰ বাহিৰে আন একোকে চাব নিবিচৰাৰ গভীৰ আকাংক্ষাৰ বাবে আন একোলৈকে দৃষ্টি নিক্ষেপ নকৰিলে। এক গভীৰ দৰ্শনৰ মুহূৰ্তত্ব ই হ'ল এক মহান ৰূপ।

সিদ্ধপুৰুষসকলৰ উত্থানৰ কথা বৰ্ণনা কৰোঁতে কবি ছাদিয়ে উত্থানৰ এটা মুহূৰ্তত আল্লাৰ দূত গেব্ৰিয়েলক হজৰতৰ সন্মুখক এইদৰে স্বীকাৰোক্তি কৰাইছে—'ইয়াতকৈ এডাল চুলিৰ দূৰত্বলৈ উৰি গ'লেও স্বৰ্গীয় মহিমাৰ কিৰণে (ফাৰোঘ-ই-তাজাল্লি) মোৰ ডেউকা ভস্মীভূত কৰিব।' সিদ্ধপুৰুষজনে কিন্তু গেব্ৰিয়েলে সাহ নকৰা ঠাইতো আৰোহণ কৰিলে। 'তোমাৰ অবিহনে স্বৰ্গ মৰ্ত্যৰ সৃষ্টি নহ'ল বুলি মহাপুৰুষজনে কোৰাণত কৰা ঘোষণাটো এক উচ্চস্তৰৰ ৰহস্যবাদৰ প্ৰকাশ। এই সিদ্ধপুৰুষে বাদ্‌ৰৰ যুদ্ধত বিজয়ী হৈছিল আৰু এই কথা বৰ্ণাই তেওঁ পৃথিবীত ভগৱানৰ হস্তক্ষেপৰ কথা উল্লেখ কৰি এনে ৰহস্যবাদসূচক ঘোষণা কৰিছে: 'তুমি যেতিয়া তোমাৰ শৰ নিক্ষেপ কৰিছিলা, তেতিয়া কিন্তু আচলতে সেই কাৰ্যটো তুমি কৰা নাছিলা, আল্লাইহে কৰিছিল।' (অষ্টমৰ পৰা সপ্তদশ অধ্যায়)। আকৌ ছিলইত মোজেছৰ অবৰ্ণনীয় স্বৰ্গীয় দৃশ্যৰ উল্লেখ আছে এইদৰে—'তেওঁ যেন বজ্ৰাহত হৈছিল।' ভগৱান যে সৰ্বত্ৰ বিৰাজমান সেই কথা সোঁৱৰাই দি কোৰাণত পুনৰ কোৱা হৈছে—'আমি তেওঁৰ কণ্ঠনালীতকৈও অধিক নিকটতৰ।' ভগৱানৰ লগত গভীৰ আৰু নিবিড় সান্নিধ্যৰ মুহূৰ্তত প্ৰকাশ

কৰা সিদ্ধপুৰুষজনৰ বাণীবোৰৰ ভিতৰত এইটোও অন্যতম—'মাজে মাজে মই আল্লাৰ লগত এনে কিছুমান মুহূৰ্ত উপভোগ কৰোঁ—যাৰপৰা তেওঁৰ ঘনিষ্ঠ দেবদূত আৰু অন্যান্য মহাপুৰুষদকলো বঞ্চিত।'

এইদৰে কোৰাণে সঘনেই কিছুমান অতীন্দ্ৰিবাদী অভিজ্ঞতা ব্যক্ত কৰিছে, যদিও চুফীধৰ্মৰ বিকাশৰ লগে লগে এই অতীন্দ্ৰিয়বাদৰ ওপৰত বহুতো ৰীতি-নীতি আৰু ইছলামৰ আইনৰ ( শ্বাৰিয়াত ) তৰপ পৰিল। অধিক অনুভূতিপ্ৰবণ লোকসকলে ধৰ্মৰ বাহ্যিক আবৰণটোক লৈয়ে সন্তুষ্ট নেথাকি ভগৱানৰ লগত নিবিড় আৰু ব্যক্তিগত সান্নিধ্য বিচাৰিলে, যাৰ বাবে স্বাভাৱিকতেই তেওঁলোকে কোৰাণখনকে পথপ্ৰদৰ্শক কৰি লৈছিল। ইছলামৰ মূল ধৰ্মগ্ৰন্থ আৰু তত্ত্ববোৰত নিহিত হৈ থকা অতীন্দ্ৰয়বাদক পুষ্ট কৰিবলৈ পিছলৈ অন্যান্য দৰ্শনৰ উদ্ভৱ হ'ল—যদিও ইছলামৰ অতীন্দ্ৰিয়বাদ আৰু চুফীবাদ কোনো সময়তে কোৰাণৰ শিক্ষা আৰু শ্বাৰিয়াতৰপৰা বেচি দূৰলৈ আঁতৰি যোৱা নাছিল।

চুফীবাদৰ বিকাশৰ দিশবোৰৰ এটা সামাজিক কাৰণ আছে। এই দিশবোৰ অধ্যয়ন কৰিলে চুফীবাদৰ উৎসৰ কিছু সন্ধান পোৱা যাব পাৰে। মূলতঃ ইছলামৰ ধৰ্মীয় নেতৃত্ব বহনকাৰী খলিফাৰ ৰাজত্ব অষ্টম আৰু নৱম শতিকাত পাৰ্থিৱ জাক-জমক আৰু ভোগবিলাসেৰে এনেধৰণে আবৃত হৈ পৰিছিল যে এনেধৰণৰ ক্ষমতা আৰু গৌৰৱৰ লিপ্সা নথকাসকল অভিজ্ঞতাৰ সন্ধানত অন্তৰ্মুখী হৈ পৰিছিল। এইদৰেই চুফী ধৰ্মৰ বহুতো মহান ব্যক্তিৰ আৱিৰ্ভাব হৈছিল। একমাত্ৰ সৰ্বশ্ৰেষ্ঠ কেইজনৰ নাম উল্লেখ কৰিবলৈ হলে জুল-নুন-মিছৰি, জুনাইদ, ছিবলি, হাছান বাছাৰি, ৰাবিয়া আৰু বায়াজিদ বিস্টামিৰ নাম ল'ব লাগিব। এক মহৎ সভ্যতাই গঢ় লৈ উঠা ইছলাম জগতখনৰ মংগোল সকলে উপদ্ৰৱ আৰম্ভ কৰাৰ সময়তে চুফীধৰ্মৰ দ্বিতীয় আৰু প্ৰধান বিকাশৰ ঢৌ আৰম্ভ হ'ল যাৰ চৰিত্ৰ বিশেষভাৱে পাৰ্ছী। এই সময়ছোৱাত মংগোলসকলৰ স্বেচ্ছাচাৰিতা আৰু অনা-ইৰাণী শাসক গোষ্ঠীৰ ( যদিও এইসকল পিছলৈ ইছলাম ধৰ্মত দীক্ষিত হ'ল ) প্ৰতিষ্ঠাৰ লগে লগে ছুফীবাদী পাৰ্ছী মনটো অন্তৰ্মুখী হৈ আধ্যাত্মিক আৰু অতীন্দ্ৰিয়বাদী চিন্তাৰ মহান ধাৰাৰ আৰু গভীৰ অভিজ্ঞতাৰ কাব্য সৃষ্টি কৰিলে। ইয়াৰ উপৰিও শতাব্দীৰ পিছত শতাব্দী জুৰি বহুত মহান গুৰুৰ জন্ম হ'ল, যি ইছলামৰ মূল শিক্ষা ত্যাগ নকৰিও আত্মাই ভগৱানৰ সান্নিধ্য পাবলৈ কৰা অন্বেষণৰ আবেগিক অভিজ্ঞতা ইছলাম ধৰ্মতো সুমুৱাব খুজিছিল। এঘাৰ শতিকাৰ পিছৰপৰা ইছলাম ধৰ্মৰ ওপৰত কম বেচি পৰিমাণে চুফীবাদৰ প্ৰলেপ পৰিছে আৰু এই সত্যটো সৰ্বসাধাৰণৰ জীৱনত বিশেষভাৱে পৰিলক্ষিত হৈছে। ধৰ্মৰ জগতত ঘটা এনে ঘটনাৱলীত এই পুস্তিকাৰ প্ৰধান চৰিত্ৰ শ্বেখ ফৰিদে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল।

ইয়াৰ উপৰিও আৰম্ভনীৰপৰা পিছৰ সময়লৈ চুফী চিন্তাধাৰাৰ বিকাশৰ এক সংক্ষিপ্ত পৰিচয় দিব গ'লে এই কথাটো লক্ষ্য কৰিব লাগিব যে নবঘোষিত ইছলামৰ এই গোষ্ঠীটোৱে প্ৰথমতেই সংস্পৰ্শলৈ অহা দাৰ্শনিক চিন্তাধাৰা হ'ল গ্ৰীচ দেশৰ। এই দৰ্শনে মুছলমান চিন্তাবিদসকলক (যিসকলৰ বেচিভাগেই অনা-আৰব হৈও আৰবী ধৰণ-কৰণত দীক্ষিত আছিল) ইছলাম সংস্কৃতিৰ চিন্তাৰ সমগ্ৰ শব্দকোষ দান কৰিছিল। বাগদাদৰ খলিফাই উত্তৰাধিকাৰ সূত্ৰে পোৱা ইৰাণৰ চাচানিয়া সাম্ৰাজ্যৰ লগত সমৰত অবতীৰ্ণ হৈয়ো সাংস্কৃতিক যোগাযোগ ৰখা বাইজান্টাইন সাম্ৰাজ্যখনত নব-প্লেট'নিক দৰ্শনৰ ব্যাপক প্ৰচলন আছিল। গভীৰভাৱে গ্ৰীক সংস্কৃতিৰ দ্বাৰা প্ৰভাবিত এই জগতত চুফীধৰ্মৰ বিকাশ ঘটিছিল।

চুফী পৰম্পৰাৰ দুই জনক জুল-নুন-মিছৰি আৰু বায়াজিদ-ই-বিষ্টামিয়ে আড়ম্বৰহীনতাৰ লগৰীয়া শক্তি হিচাবে প্ৰেমক ইছলামৰ অতীন্দ্ৰিয়বাদত সুমুৱাইছিল। অতীন্দ্ৰিয়বাদীজনৰ বাবে কোনো মানব নহয়, চিৰন্তন সত্য ভগৱানহে এগৰাকী প্ৰেমিক আছিল, যাৰ লগত মিলিত হ'বলৈ কৰা অন্বেষণক আধ্যাত্মিক ৰূপতহে চোৱা হৈছে। বিৰহ বেদনা আৰু ব্যাকুল ৰোমাণ্টিক প্ৰেমৰ লগত জড়িত সকলো ধৰণৰ অভিজ্ঞতা এইবিধ প্ৰেমত নিহিত হৈ আছে। প্ৰেমক (যাক মহব্বত বা ইস্ক্ বুলি কোৱা হয়; দুয়োটাই আৰবী শব্দ) মানুহৰ মহত্তম অভিজ্ঞতা বুলি আনন্দ কৰা হৈছে আৰু ধ্যান, প্ৰাৰ্থনা আৰু বিশ্বাসৰ যিকোনো কামৰে সমলেখীয়া বুলি গণ্য কৰা হৈছে। ভাৰত আৰু পাকিস্তানকে ধৰি পৃথিৱীৰ সকলো ঠাইৰ মুছলমানসকলে ব্যৱহাৰ কৰা ভাষাবোৰৰ মাধ্যমেৰে বহু শতিকা জুৰি নিজৰ প্ৰতীক আৰু শৈলীৰ বৈশিষ্ট্য থকা এক সমৃদ্ধ আৰু আকৰ্ষণীয় কাব্যৰ সৃষ্টি হয়। আধ্যাত্মিক প্ৰেমৰ অতীন্দ্ৰিয়বাদী কবিতাত ৰোমাণ্টিক প্ৰেমৰ কবিতাৰ ভাষা আৰু শৈলী ব্যৱহৃত হয় আৰু এইবাবেই দুয়োটাৰ মাজত বেমেজালি লগাটো আচৰিত কথা নহয়। ই এক কাৰণ যাৰ বাবে ৰক্ষণশীল আৰু আচাৰ-বিচাৰেৰে ভৰা ধৰ্মই ইছলামৰ পৰিপন্থী বুলি সমবেত সংগীত আৰু একধৰণৰ নাচৰ দ্বাৰা চুফীধৰ্ম প্ৰকাশ কৰাটো আপত্তি দৰ্শাইছে। যাৰ বিশালতা আৰু আকৰ্ষণৰ শেষ নাই তেনেকুৱাই হ'ল ইয়াৰ বিষয়-বস্তু, কিন্তু ইয়াক চমু কৰিবলৈ চুফীধৰ্মৰ উচ্চ পৰ্যায়ৰ সাহিত্যৰ পৰা কেইটামান উদাহৰণ দি ইতি কৰিম।

চৌধ্য শতিকাত পাৰ্চীভাষাত ৰচিত চুফীধৰ্মৰ গুলছন-ই-ৰাজ (গোলাপৰ গুপ্ত বাগিছাখন) নামৰ ধৰ্ম-গ্ৰন্থৰ লিখক মেহমুদ শ্বাবিষ্টাৰিয়ে প্ৰিয়জনৰ চুলি-কোছা, ওঁঠ, চকু, গাল আৰু কামনাৰ অন্যান্য স্থূল আৰু কামোদ্দীপ্ত প্ৰতীকৰ ব্যাখ্যা কৰি এটা সম্পূৰ্ণ অধ্যায় কিতাপখনত সন্নিবিষ্ট কৰিছে। এই ব্যাখ্যাবোৰ

অৱশ্যে আধ্যাত্মিকভাবে কৰা হৈছে। কিন্তু এই ধাৰাটো মুছলমান কাব্যিক পৰম্পৰাত দৃঢ় আৰু গভীৰভাবে প্ৰতিষ্ঠিত আৰু এহেজাৰ বছৰ জুৰি এক অপূৰ্ব কাব্যৰ উৎস-স্বৰূপ হৈ আহিছে।

ইয়াৰ পিছত উল্লেখ কৰিব পাৰি ইছলামৰ গভীৰ আৰু উচ্চস্তৰৰ নৈতিক ব্যাখ্যাৰ বাবে পাৰ্চী বা পহ্লভীৰ কোৰাণ বুলি অভিহিত জালালুদ্দিন ৰুমীৰ 'মাচনাভীৰ' প্ৰথম কেইষাৰী বাক্যৰ। প্ৰেমক সৰ্বশ্ৰেষ্ঠ আধ্যাত্মিক প্ৰকাশভংগী বুলি মনা আৰু বিশ্বত মানুহে তাৰ উৎস বিচাৰি হাঁহাকাৰ কৰা আৰু বিৰহৰ যন্ত্ৰণাত কাতৰ হোৱা নব-প্লেট'নিক দৰ্শনৰ শক্তিশালী প্ৰকাশনৰ বাবে এই কেইষাৰী বাক্যই সমাদৰ লাভ কৰিছে—

'এই খাগৰীৰ কাহিনী শুনা,
আৰু তাৰ বিৰহৰ বেদনা।
ই কয়! যিদিনাৰ পৰা মোক শয্যাৰ পৰা উভালি অনা হ'ল
নৰ-নাৰীয়ে মোৰ সুৰ শুনি উচুপিছে
বিচ্ছেদৰ ফলত মই মোৰ অন্তৰ টুকুৰা-টুকুৰি কৰি দিছো,
যাতে মই প্ৰেমৰ যন্ত্ৰণা প্ৰকাশ কৰাৰ শক্তি পাওঁ।
প্ৰেমৰ বাবে যাৰ বস্ত্ৰ ছিন্নভিন্ন হৈ পৰিছে,
তেওঁ লোভ আৰু অমংগলৰ পৰা মুক্তি পাইছে।
তুমি ধন্য হে প্ৰেম, আমাৰ আনন্দৰ উন্মাদনা,
আৰু আমাৰ সকলো অসুখৰ চিকিৎসক;
তুমি আমাক দম্ভ আৰু অহেতুক লজ্জাৰ পৰা মুক্তি দিয়া—
তুমি আমাৰ বাবে একেলগে প্লেটো আৰু গালেন

* * * * *

যাৰ বিচ্ছেদ হৈছে এক অন্তৰংগ বন্ধুৰ পৰা
সি সম্পদৰ অধিকাৰী হৈয়ো নিঃকিন
আমাৰ ডেউকাই হ'ল আমাৰ প্ৰেমৰ ফান্দ
যি আমাক চুলিত ধৰি প্ৰেমিকৰ দুৱাৰ-দলিলৈ টানি লৈ যায়।'

শেষ সত্য আৰু আদৰ্শবাদৰ বাবে ব্যাকুলতা আৰু সত্য অন্বেষণৰত বৌদ্ধিক মনকো বহল আৰু আধ্যাত্মিক অৰ্থত বুজাবলৈ ব্যৱহৃত হোৱা ইস্ক্ শব্দটো হ'ল চুফী দৃষ্টিভংগীৰ এক প্ৰধান সংজ্ঞা। চুফী চিন্তাধাৰাত আৰবী গ্ৰন্থ আল-ইস্ক্-য়াহাৰাকু মা-চিৱা-আল্লাৰ (প্ৰেম হ'ল সেই বহ্নি যি ভগৱানৰ সম্পত্তিৰ বাহিৰে আন সকলোকে পুৰি ছাই কৰি দিয়ে) পৰা প্ৰায়ে উদ্ধৃতি দিয়া হয়। চুফী কবিতা আৰু স্তৱমালাত ভগৱান বা সিদ্ধপুৰুষ হজৰতৰ প্ৰতি আনুগত্য সদায়

প্ৰেমৰ আবেগৰ গোন্ধ থকা লেখাৰ দ্বাৰা প্ৰকাশ কৰা হয় যদিও এই আবেগক উচ্চস্তৰৰ আধ্যাত্মিক পৰ্যায়লৈ লৈ যোৱা হয়।

প্ৰেমৰ আবেগৰ লগত জড়িত উচ্ছ্বাসপুৰ্ণ অনুভূতিবোৰকো আধ্যাত্মিক স্পৰ্শ দি মূল্যবান কৰি তোলা হয়। এই প্ৰকাশভংগীৰ স্বভাৱসুলভ প্ৰতীকৰ লগত এক পাৰ্চী নাট বা মহাপুৰুষজনৰ প্ৰতি শ্ৰদ্ধাঞ্জলিৰ প্ৰথম ফাঁকি কবিতা উদ্ধৃত কৰা হ'ল :

'স্বৰ্গীয় উন্মাদ আবেগৰ দ্বাৰা যি আক্ৰান্ত হয় তেওঁলোকৰ প্ৰথম অভিজ্ঞতা হ'ল মহম্মদৰ চুলিৰ বাবে জগা হেঁপাহ। উপাসনা-গৃহৰ দুৱাৰদলি মহম্মদৰ ভ্ৰূৰ ভাঁজৰ দ্বাৰা তৈয়াৰ হয়।'

চুফীবাদৰ ওপৰত অতি সামান্য দখল থকা অথচ ৰক্ষণশীলতাৰ বিৰোধিতা কৰিব বিচৰা কবিসকলৰ হাতত বিন্দি বা ভ্ৰষ্টাচাৰ কেতিয়াবা চুফীবাদৰ লগত মিহলি কৰিব পৰা এক ধৰণৰ ৰীতিয়েই হৈ পৰিছিল। ই অতি স্বাভাৱিক যে ৰক্ষণশীলসকলে ইয়াৰ কঠোৰ বিৰোধিতা কৰিব অথবা বিতৃষ্ণাৰে চাব। গোঁড়ামীৰ প্ৰতি বীতৰাগৰ বাবে ভগৱৎ-বিশ্বাসৰ প্ৰতিও উদাসীন যেন লগা আধ্যাত্মবাদ সূচোৱা 'কুফ্ৰ-ই-হাকিকি' জাতীয় প্ৰকাশভংগী এক ধৰণৰ প্ৰতিষ্ঠিত সংজ্ঞাৰ দৰেই হৈ পৰিছিল আৰু ফলত আন অনেক কুসংস্কাৰ-বিৰোধী মতবাদৰ বাবে ই বৰ সুবিধা কৰি দিছিল। কিন্তু আগতে দোহৰাৰ দৰে কোনেও ৰক্ষনশীলতাৰ পৰা বৰ বেচি দূৰলৈ আঁতৰি যাবলৈ সাহ কৰিব পৰা নাছিল। গতিকে চুফীসকলে কেতিয়াবা ভক্তি আৰু কেতিয়াবা গোঁড়ামী প্ৰদৰ্শন কৰিছে বিক্ষোভ আৰু বিৰোধিতা প্ৰকাশ কৰিছে, কিন্তু সকলোবোৰেই সংঘটিত হৈছে ইছলামৰ গণ্ডীৰ ভিতৰত।

# পঞ্জাৱত চুফীবাদ

ভাৰতবৰ্ষৰ সকলোবোৰ অঞ্চলৰ ভিতৰত পঞ্জাৱেই পোণ প্ৰথমে চুফী ধৰ্মৰ শিক্ষা গ্ৰহণ কৰিছিল আৰু চুফী গুৰুসকলক আদৰণি জনাইছিল। আগতে উল্লেখ কৰি অহা হৈছে যে দাতা গঞ্জ বক্স নামেৰে জনপ্ৰিয় হোৱা প্ৰখ্যাত আলি বিন উছমানি হুজুৰিয়ে ইৰাণ আৰু ইৰাকত সুদীৰ্ঘকাল চুফী ধৰ্মৰ শিক্ষা আৰু অভিজ্ঞতা লাভ কৰাৰ পিছত এঘাৰ শতিকাত লাহোৰত নিজকে সু-প্ৰতিষ্ঠিত কৰি লৈছিল। ইৰাণ আৰু ইৰাকৰ অভিজ্ঞতাৰ কথা তেওঁ 'কাছফুল মহজুব' নামৰ সাৰাংশ গ্ৰন্থখনৰ বহু ঠাইত উল্লেখ কৰিছে। সম্ভবতঃ লাহোৰত তেওঁ এই গ্ৰন্থখন ৰচনা কৰিছিল। তেওঁ 431 হিজৰি চনত ( 1045 চন ) লাহোৰত প্ৰবেশ কৰি হিজৰি 465 চনত ( 1077 চন ) মৃত্যু বৰণ কৰা বুলি কথিত আছে। তেওঁৰ আগতে খাজা শ্বাহ হুছেন নামে আন এগৰাকী চুফী সন্তও লাহোৰত প্ৰতিষ্ঠিত হৈছিল। শ্বেখ ফৰিদে ছশ হিজৰি চনত ( 1204-5 চন ) শ্বেখ আলি বিন উছমান হুজুৰিৰ সমাধিত শ্ৰদ্ধাঞ্জলি যাচিবলৈ আহিছিল। তাৰ আগতে 580 হিজৰি চনত ( 1185 চন ) খাজা মইনুদ্দিন চিস্তিও তালৈ প্ৰাৰ্থনা কৰিবলৈ আহিছিল। এই আলেখ্য খনত ইতিমধ্যে বৰ্ণাই অহা মতে বাৰ শতিকাত মুলতানত এক লেখত ল'ব লগীয়া চুফী কেন্দ্ৰ গঢ়ি উঠিছিল যি শিক্ষা আৰু দয়াৰ এক বৃহৎ অনুষ্ঠান হিচাবে বিকশিত হৈছিল। শতদ্ৰু আৰু যমুনাৰ মাজত বিস্তৃত হৈ দিল্লী পৰ্যন্ত বিস্তাৰ লাভ কৰা আন কেতবোৰ অঞ্চলতো কিছুমান চুফী কেন্দ্ৰ গঢ়ি উঠিছিল। শ্বেখ ফৰিদে তেৰ শতিকাত আযোধানত যিটো কেন্দ্ৰ গঢ়ি তুলিছিল সি পৰৱৰ্তী বছৰবোৰত চুফী ধৰ্মৰ ডাঙৰ পীঠস্থান হৈ পৰিছিল আৰু তাৰ পৰাই পঞ্জাৱত চুফীবাদ বিয়পি পৰিল। গতিকে চুফী ধৰ্মৰ জনপ্ৰিয় প্ৰধান দিশবোৰৰ লগত পঞ্জাৱৰ জনসাধাৰণৰ পৰিচয় বহু শতিকা জুৰি। এই ধৰ্মৰ মানবীয় দৃষ্টিভংগী, অপৰিচিতৰ প্ৰতি প্ৰদৰ্শন কৰা আতিথ্য, সমূহীয়াভাবে উপাসনাৰ গীত গোৱা আদি কথাবোৰ গাঁৱে চহৰে অতি পৰিচিত আৰু বিভিন্ন গোষ্ঠী আৰু সামাজিক স্তৰৰ চুফীয়ে বিশ্বাসৰ দ্বাৰা আৰোগ্য সাধন, ইচ্ছা অভিৰুচি পূৰ্ণ কৰা আৰু অবশ্যম্ভাবী সংকট আঁতৰ কৰা আদি বিভিন্ন কামৰ বাবে হিন্দু আৰু মুছলমানক সমানে আকৰ্ষিত কৰিছিল। কোনো কোনো চুফীক শিক্ষক আৰু আধ্যাত্মিক পথপ্ৰদৰ্শক হিচাবে সন্মান জনাই অহা হৈছে। চুফীবাদৰ আনন্দোচ্ছাস আৰু ভক্তিবাদৰ প্ৰবল আবেগক ৰূপায়িত কৰা প্ৰাৰ্থনা

সংগীত আৰু কবিতা গাথা ৰচনা কৰা চুফীবাদৰ প্ৰতি আসক্ত অনেক কবিৰো জন্ম হৈছে। এই শেষোক্ত শ্ৰেণীৰ ব্যক্তিসকলে পঞ্জাৱত বহুতো কাব্যগ্ৰন্থ এৰি থৈ গৈছে। অৱশ্যে ইয়াক পঞ্জাৱৰ অভিজাত আৰু পণ্ডিত সম্প্ৰদায়ত গ্ৰাম্য উপভাষাৰ কাব্য বুলিহে গণ্য কৰি অহা হৈছে, কিন্তু সৰ্বসাধাৰণ ৰাইজৰ মাজত এই কবিতাবোৰ এতিয়ালৈকে বিশ্বাস আৰু আধ্যাত্মিক প্ৰকাশৰ মাধ্যম হৈ আহিছে।

পঞ্জাব আৰু তাৰ ওচৰ-পাজৰৰ অঞ্চলবোৰত জনপ্ৰিয় হৈ পৰা চুফীধৰ্মই তাৰ বাহিৰৰ আবৰণটো স্থানীয়ভাবে আহৰণ কৰিছিল। এই চুফীধৰ্মৰ শিক্ষামূলক সাহিত্যৰ ৰূপটো ইৰাণ আৰু ইৰাকৰ ঐতিহ্য আৰু ৰূপকল্পৰ দ্বাৰা পুষ্ট হলেও পঞ্জাৱত কিন্তু জনগণৰ মাজত প্ৰচাৰ কৰিবলৈ বিচৰা এই ধৰ্মৰ আধ্যাত্মিক আৰু নৈতিক কথাবোৰ সেই জনগণৰে ভাব আৰু প্ৰচলিত প্ৰবাদ-প্ৰবচনৰে প্ৰকাশ কৰিবলৈ বিচৰা হৈছিল। সৰ্বসাধাৰণে হিন্দুধৰ্মৰ ভক্ত-যোগী, সাধু-সন্ন্যাসীক আৰু ইছলামধৰ্মৰ ফকীৰ আৰু দৰবেশসকলক সমানে সন্মান কৰিছিল। মানুহে 'সাধু আৰু সন্ত', 'পীৰ আৰু ফকিৰৰ শক্তিৰ কথা মুক্তকণ্ঠে কৈছিল— যদিও প্ৰথম দুজন হিন্দু আৰু পিছৰ দুজন মুছলমান। ইছলামধৰ্মৰ ৰীতি-নীতি, বিশ্বাস নিষ্ঠাৰে মানি চলা হৈছিল। কিন্তু এই ধৰ্ম জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাৰ সময়ত চুফীসকলে সকলো ধৰণৰ কঠোৰতা পৰিহাৰ কৰিছিল। হিন্দু আৰু মুছলমান উভয়কে নৈতিক শিক্ষা দিয়া হৈছিল উদাৰ মানৱীয় আবেদনৰে।

হিন্দু যোগী আৰু চুফীসকলে কৰা কিছুমান 'অভ্যাস' একেধৰণৰ আছিল। 'প্ৰাণায়াম' ( উশাহ নিয়ন্ত্ৰণ ) চুফী ৰীতি পা-ই-আনফাছ নামেৰে অন্তৰ্ভুক্ত কৰা হৈছিল। আধ্যাত্মিক শক্তিৰ পৰা প্ৰকৃত সাৰবস্তুক আঁতৰ কৰি ৰখা কথাটো —যি যোগীসকলৰ ভাষাত মায়া—চুফীসকলৰ ভাষাত 'হিজাব' ( আঁৰ কাপোৰ ) বুলি অভিহিত হৈছিল। কৃষ্ণপ্ৰেমৰ আবেগিক ভক্তিৰ সমান্তৰালভাব চুফীবাদতো বিদ্যমান আছিল। ভক্তিৰ আবেগৰ উচ্ছ্বসিত প্ৰকাশৰ বাবে চুফীসকলেও সাধাৰণ প্ৰেমপ্ৰীতিৰ লগত সাদৃশ্য থকা এক ধৰণৰ ভক্তিৰীতি বাহিৰ কৰিছিল। পাৰ্চি-কাব্যত বিকশিত চুফী ভাব-বিহ্বলতাৰ বীজ চুফী ভক্তিবাদত আগৰে পৰাই নিহিত হৈ আছিল। ভাৰতবৰ্ষত ভক্তি আৰু অনুৰাগৰ প্ৰকাশভংগীমাৰ স্থানীয় বিকাশৰ লগে লগে ই-ও তীব্ৰতৰ হয়।

প্ৰকাশ আৰু অভ্যাসৰ বিভিন্ন স্তৰত ইটোৱে সিটোৰ ভাষা আৰু ৰীতি-নীতি অৱলম্বন কৰা কাৰ্যত চুফীধৰ্ম আৰু ভক্তিৰ পাৰস্পৰিক প্ৰভাৱ দেখা পোৱা যায়। নানা অভিজ্ঞতা আৰু বিশ্বাসৰ মূল তত্ত্বসমূহ প্ৰকাশ কৰিবলৈ ভাৰতৰ অন্যান্য ঠাই আৰু পঞ্জাৱৰ চুফীসকলে কিছুমান প্ৰধান স্থানীয় শব্দ আৰু খণ্ডবাক্য নিজৰ কৰি লৈছিল। ভগৱানক প্ৰিয়তম হিচাবে সূচাবলৈ 'সজন' বা 'পী',

'প্ৰীতম' আদি ভাৰতীয় সম্বোধন অবলম্বন কৰা হৈছিল। হিজৰ্ বা প্ৰেমৰ বিয়োগ বুজাবলৈ বিৰ্হা শব্দটো ব্যৱহাৰ কৰা হৈছিল। অলপ নিম্নখাপৰ চুফীসকলক বুজাবলৈ 'সৈন' (স্বামী শব্দৰ জনপ্ৰিয় ৰূপ) শব্দটো গ্ৰহণ কৰা হৈছিল। ভাৰতীয় ভক্তসকলো চুফীসকলৰ পৰা এক সমৃদ্ধ শব্দভাণ্ডাৰ আহৰণ কৰিলে—যেনে, প্ৰিয়জনৰ বাবে মেহৰম, দিলদাৰ, জানী; বিনামূলীয়াকৈ খুউৱাৰ বাবে লংগৰ (আৰম্ভনীতে এই শব্দটোৰ অৰ্থ আছিল পৰিব্ৰাজকৰ বাবে আশ্ৰয়)। পূৰ্বতে কৈ অহাৰ দৰে কোনো পক্ষপাতিত্য নকৰাকৈ প্ৰত্যেক পৰম্পৰাৰ পৰা একো একোটা শব্দ লৈ খণ্ডবাক্য ব্যৱহাৰ কৰা হৈছিল—যেনে পীৰ ফকিৰ বা গুৰু পীৰ, সিদ্ পীৰ (দুয়োটা গুৰু নানকৰ ক্ষেত্ৰত লোৱা) মুছলমান বা অনা-মুছলমান শিষ্য – দুয়োকো বুজাবলৈ মুৰীদ শব্দটো ব্যৱহৃত হ'বলৈ ধৰিলে। অনা-মুছলমান মহাপুৰুষসকলৰ গাথাত ৰাম, ৰহিম, বেদ, কিতেব, পুৰাণ-কোৰাণ, আৰদালী, কালান্দাৰ-কেশ আদি যুক্তশব্দবোৰৰ উল্লেখ সঘনাই পোৱা যায়। এইদৰে পক্ষপাত, একান্তভাব আৰু অসহিষ্ণু মনোভাবৰ ধীৰে ধীৰে অবক্ষয় হবলৈ ধৰিলে।

প্ৰেমিক বা ভক্তজনক এজনী ব্যাকুলা, কামবিহ্বলা নাৰীৰ ৰূপত কল্পনা কৰি চুফীসকলে ভাৰতত ধৰ্মনিৰপেক্ষ বা আধ্যাত্মিক ভাৰতীয় প্ৰেমৰ কবিতাৰ আংগিক গ্ৰহণ কৰিছিল।

কামভাবাপূৰ্ণ নানা ভংগীমাযুক্ত ভাৰতীয় মূৰ্তিবোৰত ফুটি উঠিছে 'প্ৰিয়তম'; আন কোনোবা সখীসকলৰ লগত নানা লীলাখেলা কৰাৰ ৰূপ, প্ৰেমিক খেলোৱাৰৰ সেই লীলাখেলাৰ আধ্যাত্মিক অৰ্থ এই চুফী কবিতাবোৰতো প্ৰতিফলিত হৈছে।

স্বৰ্গীয় প্ৰেমৰ অভিজ্ঞতা মধ্যযুগৰ এজন মুছলমান চুফীয়ে এইদৰে প্ৰকাশ কৰিছে:

'শুন সহেলী পীৰম কী বাতা;
য়ুন মিল ৰহি জিউ দুধ নাবাতা।'

(হে প্ৰিয় বান্ধবী, মোৰ প্ৰেমৰ অভিজ্ঞতা শুনা: গাখীৰত চেনী মিহলি হোৱাৰ দৰে ময়ো তেওঁৰ লগত লীন হৈ গৈছোঁ।)

(আখবৰ-উল-আখিয়াৰৰ পৰা উদ্ধৃত)

মধ্যযুগৰ গোটেইবোৰ শতিকা জুৰি হিন্দী আৰু পঞ্জাবীত এই শৈলী অব্যাহত থাকে। একে বিষয়বস্তুৰ ওপৰত ৰচনা কৰা পাৰ্চী কবিতাৰ শৈলীৰ পৰা কিন্তু ই পৃথক। ভাৰতৰ (পঞ্জাৱকে ধৰি) চুফীসকলে দেশৰ মাটি আৰু তেওঁলোকৰ লগত বাস কৰা জনগণৰ জীৱনৰ পৰা তেওঁলোকৰ কল্পচিত্ৰ আহৰণ কৰিছিল। এনেদৰেই সৃষ্টি হয় জনগণৰ এবিধ সাহিত্য—যাৰ বৈশিষ্ট্যাদ্বৈত আধ্যাত্মিক

অনুপ্ৰেৰণাৰ উৎস হিচাবে আৰু জাতীয় সাহিত্যৰ প্ৰকাশ মাধ্যম হিচাবে। পঞ্জাৱৰ চুফীসকলৰ ( তেওঁলোক মুছলমান ) কবিতাত পঞ্জাৱৰ গাঁও-ভূইবোৰ পটভূমি হিচাবে পৰিস্ফুট হৈছে। কৃষি-নিৰ্ভৰশীল গ্ৰামীন অৰ্থনীতিৰ যুগত বাস কৰি কবিতা ৰচনা কৰা তেওঁলোকে তেওঁলোকৰ অভিজ্ঞতাসমূহ এনেবোৰ প্ৰতীকৰ সহায়েৰে প্ৰকাশ কৰিছিল : কইনাই মাক-বাপেকৰ গৃহত্যাগ কৰিবলৈ ওলোৱা দৃশ্য, বিবাহৰ শুভদিন-মাহ ( ভগৱান বা মৃত্যুৰ লগত মিলনৰ প্ৰতীক ), বগলীবোৰে আহিন-কাতি মাহত উৰা দৃশ্য, শাওনৰ বিজুলীৰ চিকমিকনি, নাদৰ পাৰত অপেক্ষাৰত তিৰোতা, পানী কঢ়িওৱা কলহ, করুণভাবে চিঞৰা কুলি আৰু পাপিয়া চৰাই, তিল হাতৰ পৰা নিগৰি অহা দৃশ্য, কুসুম্ভৰ পাতল ৰং, আত্মাৰ পবিত্ৰতাৰ প্ৰতীক ৰাজহাঁহ, সুমিষ্ট আৰু শক্তিদায়ক মহৰ গাখীৰ ইত্যাদি। চুফী কাব্যৰ এই দিশে কেৱল যে ধৰ্মীয় অভিজ্ঞতাকে প্ৰদান কৰিছিল এনে নহয়, ইয়াৰ দ্বাৰা এই সন্তসকলে মানুহৰ অন্তৰৰো কাষ চাপিছিল। ইয়াৰ ফলত বুলেহ শ্বাহ আৰু শ্বাহ হুছেনৰ দৰে মুছলমান কবিসকল জাতি-ধৰ্ম নিৰ্বিশেষে পঞ্জাৱৰ আপামৰ জনতাৰ বাবেই জাতীয় কবি হৈ পৰিছিল, ঠিক তেনেকৈ শ্বাহ আব্দুল লতিফ সকলো সিন্ধিৰ বাবে। সৰ্বসাধাৰণৰ স্তৰত মুছলমান চুফীসকলৰ প্ৰতীকবোৰ অধ্যয়ন কৰিলে দেশৰ মাটিৰ প্ৰতি তেওঁলোকৰ এক জ্যোতিষ্মান প্ৰেম লক্ষ্য কৰা যাব আৰু লগতে এই কথাটোও প্ৰতীয়মান হৈ পৰিব যে তেওঁলোকে জাতি, ধৰ্ম, গোষ্ঠী, মতামত সকলো বিলুপ্ত কৰি সকলোকে কেৱল ভগৱানৰ আৰু মানৱৰ প্ৰতি প্ৰেম আৰু ধৰ্মীয় আনন্দোচ্ছ্বাসৰ অংশীদাৰ কৰি তোলাৰ এক পৰিবেশ সৃষ্টি কৰিছিল।

# মুলটানী পঞ্জাৱীত শ্বেখ ফৰিদৰ কাব্যিক ৰচনা

## ( আশা ৰাগত )

তেওঁৰ নিজ কৃপাৰ জৰিয়তে অনুভূত হোৱা এক আৰু অখণ্ড সৰ্বশ্ৰেষ্ঠ গৰাকীৰ নামত :

যাৰ অন্তৰ সঁচাকৈয়ে ভগৱানৰ প্ৰতি প্ৰেমেৰে ভৰপূৰ
মাথোন তেওঁলোকেই হ'ল প্ৰকৃত ভক্ত :
যাৰ মুখৰ কথাৰ লগত হৃদয়ৰ মিল নাই, সিহঁত হ'ল প্ৰতাৰক, অস্থিৰ।
ভগবানৰ প্ৰেমেৰে প্লাবিত প্ৰকৃত ভক্তসকল পোৱাৰ আনন্দত মত্ত ;
তেওঁৰ প্ৰতি নিৰ্লিপ্তসকল এই পৃথিৱীৰ বাবে বোজা। 1 (1)

প্ৰকৃত ভক্ত হ'ল সেইসকল যাক ভগৱানে নিজৰ বুলি লয় ;
তেওঁলোকৰ জনম ধন্য ; তেওঁলোকৰ জীৱন সাৰ্থক। (2)

তুমি প্ৰেমী—দুৰ্বোধ্য, দুৰ্লভ ;
তোমাক যি পাইছে মই তেওঁলোকৰ চৰণ পূজা কৰোঁ। (3)

ঈশ্বৰ, মই তোমাৰ ওচৰত আশ্ৰয় বিচাৰিছোঁ ;
তুমিয়েই মাথোন ক্ষমা বৰ্ষণ কৰা।
শ্বেখ ফৰিদক তোমাৰ উপাসনা কৰাৰ পুৰস্কাৰ দিয়া। (4-1)

শ্বেখ ফৰিদে এইদৰে ক'লে—মোৰ প্ৰিয় মিত্ৰসকল, আল্লাৰ লগত মিলিত হোৱা :
এটা দিন আহিব যেতিয়া এই শৰীৰ ধূলিত পৰিণত হ'ব, আৰু সেই নিঃকিন কবৰত বাস কৰিব। (1)

শুনা শ্বেখ ফৰিদ, আল্লাৰ লগত মিলন হ'ব পাৰে,
যদি তোমাৰ মনত খেলা কৰি থকা সেই কামনা-বাসনাৰ পক্ষীবোৰৰ চিৎকাৰ প্ৰতিহত কৰা। (1)

যদি কোনোবাই এইটো উপলব্ধি কৰিব পাৰে যে মৃত্যু অনিবাৰ্য,

ৰাব পৰা প্ৰত্যাৱৰ্তন অসম্ভৱ,
তেতিয়া এই অসাৰ ধৰণীৰ বাবে মহত্তৰ জীৱন হেৰাব নেলাগে। (2)

তোমাৰ উক্তিবোৰ যেন সদায় সত্য আৰু পবিত্ৰ হয়:
অসত্য যেন পৰিহাৰ কৰা;
শিষ্যই যেন সদায় গুৰুৰ পথ অনুগমন কৰে। (3)

অপূৰ্ব বীৰসকলে নৈ পাৰ হয়;
এই দৃশ্যই ভীৰু তিৰোতাক বল দিয়ে:
ভগৱানৰ প্ৰতি উদাসীনসকলৰ সোণালী সঁজা টুকুৰা-টুকুৰ হ'ব। (4)

শুনা হে শ্ৰেখ ফৰিদ: মৰ্ত্যত কোনেও অনন্ত জীৱন ভোগ কৰা নাই;
আমাৰ আগত বহুতে ইয়ালৈ আহিবলগীয়া হৈছে।

শৰতৰ উড়ন্ত বগলী, গ্ৰীষ্মৰ বন জুই, শাওনৰ বিজুলী চমকনি—
বা সুদীৰ্ঘ শীতকালৰ ৰাতিৰ দীঘলীয়া, পুলকিত আলিংগন,
এইবোৰ একোৱেই স্থায়ী নহয়। (6)

বুজি লোৱা যে অস্থায়ী সকলো ইয়াৰপৰা বিদায় ল'ব লাগিব:
দুখনি প্ৰেমপূৰ্ণ হৃদয়ক যুক্ত কৰাৰ পৰিশ্ৰম সুদীৰ্ঘ,
এটা মুহূৰ্ততে সিহঁতৰ বিচ্ছেদ হ'ব পাৰে। (7)

পৃথিৱীয়ে আকাশক সুধিলে, অতীতৰ মহান পুৰুষসকলৰ কথা কোৱা।
আকাশে ক'লে, তেওঁলোকে ভগৱানৰ ভৎৰ্সনাৰ বোজা লৈ কবৰত
অপেক্ষা কৰি আছে। (8-2)

আদি গ্ৰন্থ ( 588 পৃষ্ঠা )

## ( ৰাগ স্থহীত )

তেওঁৰ নিজ কৃপাৰ জৰিয়তে অনুভূত হোৱা এক আৰু অখণ্ড সৰ্বশ্ৰেষ্ঠ গৰাকীৰ নামত:

গ্লানিৰ ৰোগত মোৰ শৰীৰ উত্তপ্ত আৰু অনুশোচনাত মই হাতৰ তলুৱাই মোহাৰিছোঁ;
মোৰ আবেগৰ উন্মাদনাত মই প্ৰিয়জনক বিচাৰিছোঁ।

হে প্ৰিয়জন, তুমি কিবা কাৰণে মোৰ প্ৰতি অসন্তুষ্ট ?
ইয়াৰ বাবে দোষ মোৰ, তেওঁৰ নহয়।
মই তেওঁৰ প্ৰকৃত মোলৰ প্ৰতি নিৰ্লিপ্ত আছিলোঁ।
আৰু তাৰুণ্য অতীত হোৱাৰ লগে লগে অনুতাপত বুৰ গৈছোঁ। (1)

হে অন্ধকাৰ বৰণৰ কুলি, কিহে তোক ক'লা কৰিলে ?
প্ৰিয়জনৰ লগত বেদনাই মোৰ ডেউকা পুৰিলে।
ঈশ্বৰৰ পৰা আলগ হোৱাজনীৰ বাবে কি সান্ত্বনা ?
তেওঁৰ দয়াৰ দ্বাৰাহে তাই তেওঁৰ লগত পুনৰায় মিলিত হ'ব পাৰে। (2)

জীৱনত মই এটা পৰিত্যক্ত কুঁৱাৰ কাষৰ এজনী তিৰোতা, বন্ধু-বান্ধৱহীন, সংগহীন :

দয়ালু ভগৱানে মোক পৱিত্ৰ সংগলৈ নিব পাৰে।
মই ঘূৰি চাওঁ, আৰু দেখোঁ ভগৱানেই মোৰ একমাত্ৰ ত্ৰাণকৰ্তা। (3)

আমাৰ জীৱনৰ পথ নিৰানন্দ—তৰোৱালতকৈ তীক্ষ্ণ, অতিশয় সংকীৰ্ণ।
এনে পথেৰেই মই যাব লাগিব :
শুনা শ্বেখ ফৰিদ, ইয়াৰপৰা তোমাৰ বিদায়ৰ কথা চিন্তা কৰা—
প্ৰভাত হ'বৰ হৈছে। (4-1)

## ( ৰাগ সুহী ললিতত )

হে মানব ! শুনা, সময় থাকোঁতে তোমাৰ নাৱৰ ডোলফহটিৰ কথা নাভাবিলা।
ধুমুহাৰে স্ফীত হ্ৰদত সি কেনেকৈ উপঙিব ? (1)

কসুম্ভৰ দৰে আনন্দ ক্ষণস্থায়ী, সি স্পৰ্শতে পুৰি শেষ হয় :
তাক স্পৰ্শ নকৰিবা, প্ৰিয়তম, সি লেৰেলি যাব। (1)

গুৰুজনৰ গম্ভীৰ কণ্ঠস্বৰ শুনি এই নিশকতীয়া স্ত্ৰী-মূৰ্তি কম্পমান।
তাৰুণ্য অতীত হ'ল ; স্তন আকৌ কেতিয়াও গাখীৰেৰে চপচপীয়া নহয় ;
প্ৰেমৰ আলিংগনো আৰু কেতিয়াও নহয়। (2)

ফৰিদে ক'লে : শুনা মোৰ আত্মাৰ ভনীসকল !
এদিন জীৱন-হংসই অনিচ্ছাসহ উৰা মাৰিব !
এই শৰীৰ এটা ধূলিৰ দমত পৰিণত হব। (3-2)

## শেখ ফৰিদৰ শ্লোকবোৰ

এই স্ত্রী-মূৰ্তিক নিবলগীয়া দিনটো পূৰ্ব-নিৰ্দ্ধাৰিত ;
তুমি যি যমদূতৰ বিষয়ে শুনিছা, সি তাৰ মুখ-মণ্ডল প্ৰদৰ্শন কৰিব,
আৰু অস্থিৰ মজ্জালৈকে ফালি-চিৰি শাস্তি দি এই দুৰ্বল প্ৰাণ কাঢ়ি নিব :
তোমাৰ জীৱনৰ কথা যে এই পূৰ্ব-নিৰ্দ্ধাৰিত দিনটো পিছুৱাব নোৱাৰি :
এই জীৱনটো হ'ল কইনা, আৰু মৃত্যু হ'ল তাইক বিয়া কৰি লৈ যাবলগীয়া দৰা ;
কইনাক নিজ হাতেৰে উলিয়াই দিয়াৰ পিছত শৰীৰে কাৰ ডিঙিত উঠি যাব?
মৃত্যুৰ সিপাৰে কাণ তাল মাৰা আৰ্তনাদেৰে নিনাদিত নৰকৰ গহ্বৰৰ ওপৰত
চুলি এডালতকৈও ঠেক দল-থন ;
শুনা ফৰিদ : তাত কোলাহল হ'ব ভয়ংকৰ—তুমি যাতে অমনোযোগিতাৰ বাবে
লুণ্ঠিত নোহোৱা। (1)

শেখ ফৰিদ, ভগবানৰ ভক্তসকলৰ জীৱন বৰ কঠিন ;
এই দুৰ্ভগীয়াৰ পৃথিবীৰ ৰীতি-ৰেৱাজ অবলম্বন কৰাৰ বাহিৰে উপায় নাই ;
এই পৃথিবীৰ বিষয়-বাবৰ চিন্তা মই লাঘৱ কেনেকৈ কৰোঁ? (2)

( ওপৰৰ কথাখিনিৰ লগত ইয়াৰ পিছৰটো শ্লোকৰ
চিন্তাৰ লগত সম্পৰ্ক আছে )

চিন্তা আৰু দৃষ্টিক অস্পষ্ট কৰা বৈষয়িকতা হ'ল এক গোপন অগ্নি ;
এই ঔদাসীন্য মোক দান দিয়া বাবে মই গুৰুজনক ধন্যবাদ জনাওঁ ;
নহলে মই ভস্মীভূত হৈ গলোহেঁতেন। (3)

ফৰিদ, যদি মই জানিলোহেঁতেন যে জীৱনৰ ভাণ্ডাৰ ইমান নিঃকিন,
মই বেছি মিতব্যয়ী হলোহেঁতেন ;
মই যদি জানিলোহেঁতেন যে প্ৰিয়জন ইমান নিৰ্লিপ্ত,
মই স্ত্রী-সুলভ অহংকাৰ প্ৰদৰ্শন নকৰিলোহেঁতেন। (4)

( এই বিষয়টোৰ আগৰ ছোৱা )

মই যদি জানিলোহেঁতেন যে প্ৰেমৰ বন্ধন ইমান দুৰ্বল, তাক মই আৰু দৃঢ়ভাবে
বান্ধিলোহেঁতেন :
জীৱনৰ পথ অতিক্ৰম কৰাৰ পিছত মই ইয়াকে অনুভৱ কৰিছো, হে ঈশ্বৰ,
যে মোৰ বাবে তোমাৰ দৰে প্ৰিয় আৰু কোনো নাই। (5)

ফৰিদ, তুমি যদি প্ৰকৃতৰূপে জ্ঞানী হোৱা, তোমাৰ জীৱনটো কলংকিত নকৰিবা ;
তোমাৰ অন্তৰলৈ চোৱা ( তোমাৰ কৰ্মবোৰলৈ )। (6)

ফৰিদ ! তোমাক আঘাত কৰাসকলক প্ৰত্যাঘাত নকৰিবা ;
মনটো সম্পূৰ্ণভাৱে বিনয়ী আৰু ক্ষমাপ্ৰৱণ কৰি গৃহাভিমুখী হোৱা । (7)

ফৰিদ, তুমি যেতিয়া পুণ্য উপাৰ্জন কৰিব পাৰিলাহেঁতেন, তেতিয়া সংসাৰৰ কামত বুৰ গৈ আছিলা ;
এতিয়া মৃত্যুৰ আগমনৰ লগে লগে আৰু তোমাৰ মোনা পূৰ্ণ হোৱাৰ লগে লগে তুমি যাবলৈ সাজু হ'ব লাগিব । (8)

( উপৰোক্ত কথাবোৰৰ লগত 13 নম্বৰৰ শ্লোকলৈ শ্লোকবোৰ জড়িত )
চোৱা ফৰিদ, তোমাৰ কি দশা হ'ল ;
তোমাৰ ডাড়ি বগা হৈ গৈছে ;
জীৱনৰ শেষ আহিব ধৰিছে, অতীত এতিয়া বহুত পিছত। (9)

চোৱা ফৰিদ, আজি কি অৱস্থা : চেনিৰ সমান সুমিষ্ট জীৱন আজি তিতা বিষত পৰিণত হৈছে ;
এই অৱস্থাত মইনো মোৰ দুখৰ কাহিনী ভগৱানৰ বাহিৰে কাক শুনাম ? (10)

ফৰিদ, তোমাৰ দৃষ্টিশক্তি ক্ষীণ হৈ আহিছে ; তোমাৰ শুনাৰ শক্তি কমি আহিছে ;
এই শৰীৰ এতিয়া এডাল ৰং বদলি পকা ধানৰ ঠাৰিৰ দৰে । (11)

ফৰিদ, যিসকলে তেওঁলোকৰ মান-যশৰ দিনত ভগৱানৰ কথা নিচিন্তিছিল, তেওঁলোকে দুৰ্দিনত তেওঁৰ সহায় বিচাৰিব নোৱাৰে ;
যেতিয়ালৈকে তাৰুণ্যই তোমাক নেৰে, গুৰুজনৰ প্ৰতি অনুগত হৈ থাকিবা । (12)

( ইয়াৰ পৰবৰ্তী শ্লোকটোত গুৰু নানকৰ পৰম্পৰাৰ তৃতীয়জন গুৰু অমৰদাসৰ উপৰোক্ত কথাখিনিৰ ওপৰত দিয়া এটা মন্তব্য আছে )।

ফৰিদ, যুবকাল বা বাৰ্ধক্যতো গুৰুজনৰ সেৱা কৰিব পাৰি, আৰু তেওঁৰ সহায়ো বিচাৰিব পাৰি :
এই আনুগত্য মানুহৰ নিজা প্ৰচেষ্টা বা অভিলাষৰ ফল নহয়।
গুৰুজনে যাক আশীৰ্বাদ দিব বিচাৰে, তেওঁ হে এই প্ৰেমৰ ভাগী হয়। (13)

ফৰিদ, মই এসময়ত পৃথিৱীক বিমোহিত কৰা এযুৰি চকু দেখিছিলোঁ—
যন্ত্ৰণা প্ৰশমিত কৰিবলৈ মলম লবলৈ অমান্তি হৈছিল,
যদিও চৰায়ে খুটি আছিল (14)

ফৰিদ, অমংগল বিষয়ে চিঞৰি সাবধান বাণী দিলেও,
আৰু সুকৰ্ম কৰিবলৈ উৎসাহিত কৰিলেও,
চয়তানে বিপথে নিয়াজনৰ বাবে কি আশা আছে ? (15)

ফৰিদ, তুমি যদি সকলোৰে প্ৰভুক বিচাৰা,
তোমাৰ ভৰিৰ তলৰ ঘাঁহৰ পিনে চোৱা :
তাৰ দৰে টুকুৰা-টুকুৰি আৰু পদলিত হোৱা। (16)

ফৰিদ, পৃথিৱীৰ বিষয়ে কটু মন্তব্য নকৰিবা—তাৰ গুণ বহুত ;
জীৱন্ত অৱস্থাত আমি তাক ভৰিৰে গচকো ;
মৃত্যুৰ পিছত আমি তাৰ দ্বাৰা আবৃত হওঁ। (17)

ফৰিদ, ভগৱানৰ প্ৰতি প্ৰেম আৰু লোভ পৰস্পৰ-বিৰোধী :
লালসাই প্ৰেমক কলুষিত কৰে।
এনে প্ৰেম বৰষুণৰ সময়ত ফুটা চালৰ দৰে দুৰ্বল। (18)

ফৰিদ, চৰণ কন্টকেৰে ক্ষত-বিক্ষত কৰি হাবি-বননিত কিয় অনাই-বনাই ফুৰিছা ?
ভগৱান অন্তৰত থাকে ; তেওঁক নিৰ্জন ঠাইত নিবিচাৰিবা। (19)

ফৰিদ, এসময়ত মোৰ এই নিশকতীয়া ভৰি দুখন
পাহাৰে, মৰুৱে বিচৰণ কৰি ফুৰিছিল ;
আজি হাতৰ কাষৰ প্ৰাৰ্থনাৰ ঘটিটো এশ মাইল দূৰত্বলৈ লৈ যোৱা হৈছে। (20)

ফৰিদ, গুৰুজনৰ পৰা বিচ্ছেদে ৰাতিবোৰ অন্তহীনভাবে দীঘল কৰি দিছে ;
মোৰ দুইকাষ যন্ত্ৰণাত দগ্ধ হ'ব ধৰিছে ;
তেওঁৰ ( ভগৱানৰ ) বাহিৰে আন কাকো বিচৰাসকলৰ জীৱন অভিশপ্ত। (21)

ফৰিদ, মোৰ মঙহ যেন জ্বলন্ত কয়লাৰ ওপৰত দগ্ধ হয়,
যদি মই মোৰ হৃদয়ৰ বান্ধৱসকলৰ পৰা কিবা কথা গোপন কৰোঁ। (22)

ফৰিদ, অজ্ঞ খেতিয়কে কাঁইটীয়া গছ ৰুই ৰসাল আঙুৰৰ বাবে হেঁপাহ কৰে ;
আৰু খহটা উল বুই পাটৰ কাপোৰ পৰিধান কৰিব বিচাৰে। (23)

ফৰিদ, পথবোৰ পংকিল ; প্ৰিয়জনৰ গৃহ দূৰত,
কিন্তু তেওঁৰ প্ৰতি মোৰ প্ৰেম গভীৰ ;
মই যদি ওলাই পৰো, মোৰ আলোৱান তিতিব ;
যদি মই পিছ হুহঁকো, মই মোৰ প্ৰেমৰ প্ৰতি বিশ্বাসঘাটক হ'ম। (24)

মোৰ আলোৱান সম্পূৰ্ণভাবে তিতি যাওক ; মুষলধাৰে বৰষুণ দিয়ক—
মই প্ৰিয়জনক লগ পাবই লাগিব
যাতে মোৰ প্ৰেম অসত্য প্ৰমাণিত নহয়। (25)

ফৰিদ, মই একণা ধূলিয়ে মোৰ পাগুৰীটো লেতেৰা কৰিব বুলি ভয় কৰিছিলো—
সৰল হৃদয় !
এদিন ধূলি এই মূৰৰ ভিতৰতো প্ৰৱেশ কৰিব। (26)

চেনি, মিঠাই, মিছিৰি, মাখন, সৰ-যুক্ত গাখীৰ—
ঈশ্বৰ, তোমাৰ ভক্তসকলৰ বাবে তোমাৰ পৰা পোৱাৰ সমান আনন্দ
আৰ নাই। (27)

ফৰিদ, এটুকুৰা শুকান পাওৰুটিৰে মই কৰো জীৱন নিৰ্বাহ ;
সুখাদ্যৰে নিজৰ উদৰ পূজা কৰিবলৈ বিচৰাসকলৰ দশা শোচনীয় হ'ব। (28)

( এই বিষয়টোৰ পিছৰ ছোৱা )

বন্ধু, শুকান, টান পাওৰুটিৰ টুকুৰাই খোৱা ; সাধাৰণ শীতল পানী গ্ৰহণ কৰা :
লোকৰ উপভোগ হিংসা নকৰিবা। (29)

এই ৰাতি মই মোৰ প্ৰভুৰ লগত শয়ন কৰিব নোৱাৰিলো ;
মোৰ হাত-ভৰিবোৰ নোপোৱাৰ যন্ত্ৰণাত দগ্ধ হৈ আছে :
মই পৰিত্যক্ত তিৰোতাজনীক প্ৰশ্ন কৰোঁ,
কিমান যাতনাৰ মাজেদি কিজানি তোমাৰ নিশাবোৰ অতিবাহিত হৈছে ? (30)

( একেটা বিষয় 31 আৰু 32 নম্বৰ শ্লোক কেইটাতো ব্যক্ত হৈছে। )

যি নিজৰ পতি বা পিতৃ-মাতৃৰ ঘৰত শান্তি নেপায় ;
নিজৰ প্ৰিয়জনৰ দ্বাৰা অবহেলিত মানুহজনীনো
কেনে ধৰণৰ পত্নী হ'ব পাৰিব ? (31)

পতিৰ গৃহত বা পিতৃ-মাতৃৰ গৃহত, তেওঁ দুৰ্বোধ্য, দুৰ্লভ প্ৰভুৰ সম্পত্তি—
নানকে ক'লে, ঈশ্বৰৰ কৃপা লাভ কৰা
তিৰোতাজনীকহে দাম্পত্য সুখত সুখী বুলিব পাৰি। (32)

মানুহৰ জীৱন এজনী জাকজমকীয়া পোছাক পিন্ধা তিৰোতাৰ দৰে,
সাজ-সজ্জা, ধুন-পেচত নিখুঁত, চিন্তাশুন্য নিদ্ৰাত মগ্ন ;
শেষত কস্তুৰীৰ সুবাস হয় গৈ শেষ :
মাথো থাকে পূতি-গন্ধৰ দূষিত বায়ু। (33)

তাৰুণ্য হেৰোৱালৈ মই খেদ নকৰিলোহেঁতেন যদি প্ৰিয়জনৰ চেনেহ নেহেৰোৱালোহেঁতেন :
প্ৰেম, এই উপজীৱ্যৰ অভাৱত বহুতো যুবক মৰহি গৈছে। (34)

ফৰিদ, বেদনা হ'ল মোৰ শয্যা, যন্ত্ৰণা শয্যাৰ ৰচী ;
প্ৰিয়জনৰ পৰা বিচ্ছেদ মোৰ বিছনাৰ আবৰণ :
এয়েই হ'ল মোৰ জীৱন ;
ইয়াৰ ওপৰত তোমাৰ মমতাৰ দৃষ্টি নিক্ষেপ কৰা, ভগৱান ! (35)

( একেটা বিষয়ৰ পিছৰ ছোৱা )

প্ৰিয়জনৰ বিৰহ বেদনা হ'ল জীৱনৰ হৰ্তা-কৰ্তা ;
ফৰিদে ক'লে : এই যাতনা উপলব্ধি নকৰা অন্তৰখন শ্মশানৰ দৰে। (36)

ফৰিদ, পৃথিৱীৰ সুখবোৰ দৰাচলতে চেনিৰে আবৃত বিহৰ পোখা :
কিছুমানে এইবোৰৰ খেতি কৰিয়েই জীৱন যাপন কৰে ;
আন কেইজনমানে এইবোৰক উভালি পেলায় (37)

ফৰিদ, তুমি দিনটোৰ এভাগ অনাই-বনাই ঘূৰি
আৰু আনভাগ নিদ্ৰাত অপচয় কৰিলা ;
ভগৱানে যেতিয়া তোমাৰ বিচাৰ লব,
তোমাৰ জীৱনৰ উদ্দেশ্য কি আছিল বুলি কবা ? (38)

ফৰিদ, তুমি কেতিয়াবা কোনো অপকৰ্ম নোহোৱাকৈ
ঘন্টাটো বজা শুনিছানে ?
তেতিয়াহ'লে আমাৰ দৰে পাপীবিলাকৰ কি দশা হ'ব ? (39)

( বিষয়টোৰ পিছৰছোৱা )

চোৱাচোন, ঘন্টা বাজিছে প্ৰত্যেক ঘন্টাত, প্ৰত্যেক পোৰুৰ মিনিটত ;
ঘন্টাৰ দৰে সুগঠিত, সুন্দৰ শৰীৰৰ বন্ধু,
ভক্তি বিনা তোমাৰ জীৱনটো হ'ব এক সুদীৰ্ঘ যন্ত্ৰণাময় নিশা। (40)

শ্বেখ ফৰিদ বৃদ্ধ হৈ পৰিছে, তেওঁৰ শৰীৰ কম্পমান ;
মানুহৰ আয়ুস এশ বছৰো হ'ব পাৰে,
কিন্তু অন্তত সকলো ধূলিত ৰূপান্তৰিত হ'ব। (41)

ঈশ্বৰ, ফৰিদে মাথোন তোমাৰ পৰা ইয়াকে মাগিছে :
মই যেন কৃপা বিচাৰি আন কাৰোবাৰ লগত লাগি থাকিব নালাগে,
তোমাৰ ইচ্ছা যদি তেনেই হয়, তেতিয়া হলে মোৰ এই প্ৰাণটো
কাঢ়ি নিয়া। (42)

কান্ধত কুঠাৰ লোৱা সেই কমাৰজনক চোৱা,
তেওঁৰ শিৰৰ ওপৰত এক কলহ পানী,
তেওঁ এডাল 'ভান' গছ কাটিব খুজিছে ;
ফৰিদে তোমাক ক'লে, বন্ধুবৰ কমাৰ ;
এই গছডাল এৰি যোৱা ;
-ইয়াৰ তলত মই মোৰ প্ৰিয় ভগৱানক বিচাৰোঁ ;
তোমাক ই অলপ এঙাৰৰ বাহিৰে হয়তো একো নিদিব। (43)

ফৰিদ, কিছুমানৰ অত্যধিক আহাৰ আছে
আনৰ কিন্তু তাৰ লগত খাবলৈ নিমখো নাই :
পৰবৰ্তী জীৱনতহে গম পোৱা যাব,
পাপী জীৱন কটোৱা বাবে কাক প্ৰহাৰ কৰা হ'ব। (44)

যিসকলে নিজৰ বাবে ঢোল বজোৱাইছিল,
ছত্ৰছায়া দিবৰ বাবে আদেশ দিছিল ;
তেওঁলোকৰ গৌৰব ঘোষণা কৰিবলৈ পেঁপা বজোৱাইছিল—
অবশেষত তেওঁলোকক কবৰত বিশ্ৰাম দিয়া হ'ল—
মাটিৰ তলত অসহায়ভাৱে কবৰস্থ হৈ থাকিবলগীয়া হ'ল। (45)

( এই বিষয়টোৰ পিছৰছোৱা )

ফৰিদে ক'লে, যিসকলে বিৰাট অট্টালিকা, সভাঘৰ,
কুঞ্জবন আদি নিৰ্মাণ কৰে—
পৃথিৱীত তেওঁলোকৰ কাৰ্য-কলাপ বৃথা,
তেওঁলোকৰ শেহতীয়া বাসস্থান হয়গৈ কবৰটো। (46)

ফৰিদে ক'লে, তোমাৰ লেপখন অটুট ৰাখিবলৈ বহুতো চিলাই আছে ;
কিন্তু তোমাৰ শৰীৰৰ বাবে নাই ;

বন্ধু, যিমানেই সম্মানিত আৰু মহৎ নহওক কিয়, নিজৰ পাল আহিলে সকলোৱে বিদায় মাগিব লাগিব। (47)

ফৰিদে ক'লে, যমদূত হাতত সাৰে ভৰিত সাৰে আহে,
আমাৰ চাকি দুটা প্ৰজ্বলিত হৈ থকা স্বত্ত্বেও ;
সি আহি দুৰ্গটো অধিকাৰ কৰে, যানখন লুণ্ঠিত কৰে ;
আৰু যোৱাৰ সময়ত, চাকি দুটা নিৰ্বাপিত কৰে। (48)

ফৰিদ, চোৱাচোন কেনেদৰে কপাহ আৰু তিলক জাঁতত গুড়া কৰা হৈছে ;
আৰু কুঁহিয়াৰকো ;
কেনেকৈ কাগজ আৰু পাত্ৰটোক জুইত নিক্ষেপ কৰা হৈছে—
ঠিক এই ধৰণৰ শাস্তিয়েই বিহা হ'ব দুষ্কৃতিকাৰীসকলক। (49)

ফৰিদ, যিসকলে কান্ধত প্ৰাৰ্থনাৰ ঢাৰি বহন কৰে
আৰু খহটা উল পৰিধান কৰে,
কিন্তু অন্তৰত চুৰিকা গোপন কৰে আৰু হেলাৰঙে মিছা মাতে—
সেইসকলৰ বহিৰ্ভাগ উজ্জ্বল কিন্তু অন্তৰত অন্ধকাৰ ৰাতি। (50)

ফৰিদ, প্ৰায়শ্চিত্ত কৰি মোৰ শৰীৰটোৰ সমস্ত ৰস নিঃশেষ হৈ গৈছে—
কাটিলেও ইয়াৰপৰা একবিন্দুও তেজ নোলায় ;
ভগৱানৰ ৰঙৰে বোলাসকলৰ গাত অকমানো ৰক্ত বাকী নাই। (51)

(গুৰু অমৰদাসৰ সংযোজন)

এই শৰীৰটো মাথোন ৰক্তৰে পূৰ্ণ ;
ৰক্তবিহীন এটা শৰীৰৰ অস্তিত্ব অসম্ভৱ ;
ভগবানৰ ভয়ে কায়টো ক্ষীণ কৰি দিয়ে ;
তাৰপৰা হুতাহৰ তেজখিনি বহিষ্কাৰ কৰে ;
জুয়ে ধাতু পৰিষ্কাৰ কৰাৰ দৰে ভগবানৰ ভয়ে কু-চিন্তাৰ ময়লা বাহিৰ কৰি দিয়ে ;
নানক, কেৱল ভগবানৰ ৰঙৰে ৰঞ্জিতসকলহে সুন্দৰ। (52)

ফৰিদ, এটা বিশাল হ্ৰদৰ সন্ধান কৰা য'ত তুমি তোমাৰ আকাংখাৰ
বস্তুটো পাবা—ঈশ্বৰৰ নাম ;
এটা লেতেৰা পুখুৰী বিচাৰি কিয় তোমাৰ হাতদুখন বোকাত লেটিওৱা ? (53)

ফৰিদে কলে, জীৱনকালত এই স্ত্ৰী-চৰিত্ৰই ভগবানক ভাল নেপালে ;
বয়স হৈ, তাইৰ মৃত্যু হ'ল ;

কবৰত তাইৰ আত্মাই বিনায় ;
হে ভগবান ! তোমাক লগ পাবলৈ মই অপাৰগ হলো । (54)

শুনা ফৰিদ, তোমাৰ মূৰৰ চুলি, ডাঢ়ি আৰু গোফ সকলো বগা হৈ গৈছে ;
অদূৰদৰ্শী বলিয়া, জাগ্ৰত হোৱা !
এতিয়াও কিয় নিস্ফল আনন্দত মত্ত হৈ আছা ? (55)

( একে বিষয়ৰ ওপৰত )

ফৰিদ, আৰু কিমান দিনৰ বাবে এই নিৰ্বোধ স্ফূৰ্তি দেখিম ?
গুৰুজনৰ সেৱা কৰিবলৈ জাগা !
তোমাৰ জীৱনৰ ক্ষন্তেকীয়া দিনবোৰ তীব্ৰ গতিত শেষ হব ধৰিছে । (56)

ফৰিদ, অট্টালিকা আৰু কুঞ্জবনৰ বাবে নকৰিবা হাবিলাষ ;
প্ৰকাণ্ড মাটিৰ দমৰ তলত তোমাৰ কোনো ৰক্ষক নোলাব । (57)

( একে বিষয়ৰ ওপৰত )

ফৰিদ, অট্টালিকা আৰু ঐশ্বৰ্যৰ প্ৰতি আসক্ত নহবা ;
মহাপৰিক্ৰমী মৃত্যুৰ কথা ৰাখিবা মনত ;
তুমি ক'ত যাবা, এই বিষয়ে অকলেই মগ্ন হোৱা চিন্তাত । (58)

ফৰিদ, পুণ্য নহা সকলো বস্তু পৰিত্যাগ কৰা,
নহলে জানোচা তুমি স্বৰ্গৰ আদালতত অপমানিত হোৱা । (59)

ফৰিদ, গুৰুজনৰ সেৱা কৰা, সকলো সন্দেহ মনৰ পৰা কৰা বৰ্জন :
সন্ত পুৰুষসকল বৃক্ষৰ দৰে সহনশীল হোৱাৰ নাই কোনো প্ৰয়োজন । (60)

ফৰিদ, মই যদিও কলা পোছাক পৰিধান কৰো, মই কিন্তু বৰ পাপী ;
কিন্তু পৃথিবীৰ চকুত মই তথাপিত এজন দৰবেশ । (61)

পানীয়ে নষ্ট কৰা শস্য পানীত ডুবালে সি সজাল নধৰে ।
ফৰিদে কলে : এনেদৰে, ঈশ্বৰবিহীন ব্যক্তিজনেও
দুখৰ কোনো ওৰ নাপাব । (62)

কুমাৰী হৈ থাকোঁতে, তাইৰ অন্তৰত বিয়াৰ চিন্তা এক সুখৰ অনুভূতি আছিল ;
বিবাহে তাৰ লগত সমস্যাৰ আমদানী কৰিলে :
হাঁয়, কুমাৰী কাল আৰু ঘূৰি অহাটো অসম্ভৱ । (63)

পৃথিৱী নামৰ ডোবাটোৰ পাৰত ৰাজহংস নামিছে ;
সিহঁতে ঠোট কিন্তু ডুবুৱা নাই,
চিৰকালৰ উড়নৰ বাবে ডেউকা মেলি দিছে। (64)

( একে বিষয়ৰ ওপৰত )

ৰাজহংসটো তুঁহখেতিত নামিছিল ;
মানুহবোৰে তাক খেদি দিছে ;
অজ্ঞ জনতাই ইয়াক নাজানে,
যে ৰাজহংসই তুঁহ খুটিওৱা নাই। (65)

পানীৰ ডোবাবোৰ জীৱন্ত কৰি তোলা চৰাইবোৰ আৰু নাই ;
সমস্ত ডোবাটোৰ পানীখিনি নিগড়ি ওলাই
মাথো পদুমবোৰহে বাকী আছে। (66)

ফৰিদ, কবৰত এটা শিল তোমাৰ গাৰু,
মাটি তোমাৰ শয্যা ; কেঁচুৱে তোমাৰ মাংস ভক্ষণ কৰিব ;
যুগ যুগ ধৰি তুমি একাতিকৈ পৰি থাকিবা,
অপৰিবৰ্তিতভাৱে। (67)

ফৰিদ, শৰীৰৰ সুন্দৰ কলহটো ভাঙিল।
উশাহৰ দৃঢ় নলীডাল ছিঙিল ;
কোনটো ঘৰত যমদূত ইজৰায়েলে,
আজি নিশা আমোদ-প্ৰমোদ কৰিব ? (68)

( এই বিষয়টোৰ পিছৰছোৱা )

ফৰিদ ! শেষ পৰিণতি এয়েই ; ধুনীয়া কলহটো ভাঙিব ;
দৃঢ় নলীডাল ছিঙিব ;
যিসকল পৃথিৱীৰ বাবে মাথোন বোজাস্বৰূপ
তেওঁলোকৰ জন্ম কিয় হৈছিল ? (69)

ফৰিদ, প্ৰাৰ্থনা নকৰা নিৰ্লজ্জ পলাতক,
অসাৰ তোমাৰ জীৱন :
তুমি কেতিয়াও ভগৱানৰ ঘৰলৈ প্ৰাৰ্থনা কৰিবলৈ আহা নাই। (70)

( একেটা বিষয়ৰ ওপৰত )

ইতিমধ্যে উঠা ফৰিদ, শুচি হৈ প্ৰাৰ্থনাত মগ্ন হোৱা ;
ভগৱানৰ সন্মুখত নত নোহোৱা শিৰ
কান্ধৰ ওপৰত থকা উচিত নহয়। (71)

ঈশ্বৰক অস্বীকাৰ কৰা আঁকোৰগোজা মস্তিষ্কৰ কি মূল্য ?
এনে মূৰ পাত্ৰৰ তলত পোৰাৰ বাবেহে যোগ্য,
জুইৰ ঈন্ধন হিচাবে। (72)

চিন্তা কৰা ফৰিদ, তোমাক জন্ম দিয়া তোমাৰ
পিতা-মাতা এতিয়া ক'ত ?
তেওঁলোক গৈছে এক অন্তহীন যাত্ৰাত—
তথাপিও তুমি তোমাৰ শেষ পৰিণতি
জানিবলৈ উৎসুক নহয়। (73)

ফৰিদ, মনক কৰা ক্ষণস্থায়ী আবেগৰপৰা মুক্ত,
মনক কৰা সৎ ;
তেতিয়া হয়তো তুমি নৰকৰ
জুইৰ ধুমুহাৰপৰা সাৰিব পাৰিবা। (74)

( একেটা বিষয় গুৰু অৰ্জনদেৱে চলাই থাকে। )

ফৰিদ, সৃষ্টিকৰ্তা তেওঁৰ সৃষ্টিতে বিদ্যমান ;
তেওঁতে আছে সৃষ্টি ;
কাকো তিৰস্কাৰ নকৰিবা—
তেওঁ সকলোৰে মাজত আছে। (75)

ফৰিদ, মোৰ নাভিৰ নলী কাটোঁতে, যদি মোৰ
ডিঙিত সোপা লাগিলহেঁতেন,
তেতিয়াহলে মোৰ জীৱন এই পৰীক্ষা,
এই যন্ত্ৰণাৰপৰা মুক্ত হ'লহেঁতেন। (76)

সেই মুকুতাৰ দৰে দাঁত, সেই ক্ষীপ্ৰ-গতিত চলা ভৰি,
সেই তিৰবিৰোৱা চকু, সতৰ্ক কাণ আৰু নাই :
এনে সংগীৰ বিদায়ত শৰীৰৰ পৰা এটা আৰ্তনাদ ভাহি আহিছে। (77)

ফৰিদ, বেয়াৰ প্ৰত্যুত্তৰ ভালেৰে দিবা; অন্তৰত প্ৰতিশোধৰ ভাব
পোষণ নকৰিবা :
তেনেদৰে তোমাৰ শৰীৰ হ'ব ব্যাধি-মুক্ত,
আৰু তোমাৰ জীৱন ধন্য। (78)

ফৰিদ, এই জীৱন-পক্ষী এখন্তেকৰ অতিথি ;
পৃথিৱীখন এখন বিতোপন বাগিচা :
পুৱাৰ পৰা বজা ঢোলৰ শব্দ শুনা ;
ইয়াৰ পৰা যাত্ৰা কৰিবলৈ প্ৰস্তুত হোৱা। (79)

ফৰিদ, মাজনিশা কস্তুৰীৰ সুৰভি বিলোৱা হয় ;
নিদ্ৰামগ্ন সকলে এই আশিষৰ অংশীদাৰ নহয় :
চকু টোপনিয়ে হেঁচামৰাসকলে কি মিলনৰ আশা কৰিব পাৰে? (80)

ফৰিদ, মই কল্পনা কৰিছিলো যে অকল ময়েই অসুখী ;
চোৱা, সমগ্ৰ বিশ্বই যাতনাৰ কবলত ;
মই মোৰ ঘৰৰ মুধচৰ পৰা দেখিলো,
এই বহ্নিয়ে কাৰো গৃহ এৰা নাই। (81)

(গুৰু অৰ্জনদেৱে 82 আৰু 83 নম্বৰ শ্লোকতো
একেটা বিষয় অব্যাহত ৰাখিছে।)

ফৰিদ, এই পৃথিৱীখন কিমান প্ৰলোভনকাৰী ;
ইয়াৰ মাজত বিষ-বৃক্ষ থকা এখন ফুলনি আছে ;
গুৰুৰ দয়াৰ স্পৰ্শ পোৱাসকলক এই বিষে ক্ষতি নকৰে। (82)

ফৰিদ, এই সুন্দৰ শৰীৰৰ বাবে জীৱনত কিমান আনন্দ আছে :
পৃথিৱীক নিবিচাৰি প্ৰিয়জনক বিচৰাসকলৰ সংখ্যা নিচেই তাকৰ। (83)

বিশাল নদী, তোমাৰ পাৰ নখহাবা ;
তুমিও তোমাৰ সৃষ্টিকৰ্তাৰ আগত কৈফিয়ৎ দিব লাগিব ;
কিন্তু ইফালে সিফালে যাবলৈ নদীৰ কি শক্তি আছে?
তাৰ গতি-বিধি নিৰ্ণয় কৰে ভগবানৰ ইচ্ছাই। (84)

ফৰিদ, এইদৰে তোমাৰ সুদীৰ্ঘ জীৱন অতিবাহিত হ'ল ;
তোমাৰ দিনবোৰ হ'ল সন্তাপেৰে ভৰা, নিশাবোৰ কণ্টকত শয়ন ;
এতিয়া শেষত গুৰিয়ালজনে চিঞৰিছে—
"তোমাৰ নাও ধুমুহাৰ গৰাসত পৰিছে"। (85)

( একেটা বিষয়ৰ ওপৰত )

জীৱনৰ দীঘল নদীখন বৈ যায়, আৰু বালিৰ পাৰ ভাঙি আনে ;
তথাপিও নাওখন ধুমুহাৰপৰা সুৰক্ষিত,
যদিহে গুৰিয়াল হয় সাবধান। (86)

ফৰিদ, অনেকে নিজক মোৰ মিত্ৰ বুলি কয়,
কিন্তু ক'তো নাপাওঁ মই প্ৰকৃত বন্ধু ;
এজন মাত্ৰ নিষ্ঠাবান, অনুগত বন্ধুৰ বাবে
মোৰ অন্তৰত উমি উমি জ্বলে জুই। (87)

ফৰিদ, ইন্দ্ৰিয়বোৰে সদায় আত্মাৰ চৌপাশে
আলোড়নৰ সৃষ্টি কৰি কষ্ট আৰু উৎকণ্ঠাৰ জন্ম দিয়ে ;
ৰবা, এতিয়া মই এই কাগজখনত সোপা দিওঁ—
এতিয়া খুব কোবাল ধুমুহাও বলক। (88)

ফৰিদ, এই জীৱনত ভগবানৰপৰা পোৱা আনন্দ
পকা খেজুৰ আৰু স্বৰ্গৰ মৌৰ নদীৰ দৰে সুমিষ্ট ;
এইটো উপলব্ধি কৰা, কিয়নো প্ৰত্যেক দিনা
মৃত্যুৰ মুঠি বেছি কটকটীয়া হৈ আহিছে। (89)

ফৰিদ, প্ৰায়শ্চিত্তৰ ফলত মোৰ শৰীৰ এটা কংকালত পৰিণত হৈছে ;
কাউৰীয়ে মোৰ ভৰিত খুটিয়াব ধৰিছে ;
ভগৱানে এতিয়াও আত্মপ্ৰকাশ কৰা নাই—
এয়েই হ'ল মোৰ নিয়তি। (90)

( একেটা বিষয়ৰ ওপৰত 91 আৰু 92
নম্বৰ শ্লোকবো বক্তব্য ৰখা হৈছে। )

মোৰ কংকালসাৰ শৰীৰত খুটিয়াই মাংস খাই থকা কাউৰী,
মোৰ মিনতি মোৰ চকুযুৰি স্পৰ্শ নকৰিবি,
যাতে মই প্ৰিয়জনৰ দৰ্শন লাভ কৰিব পাৰোঁ। (91)

মোৰ মিনতি কাউৰী, এই শৰীৰটো নুখুটিয়াবি,
তই য'ত বাস কৰিছ তলৈ উৰি যা ;
প্ৰিয়জনে বাস কৰা এই শৰীৰৰ মঙহ নাখাবি। (92)

ফৰিদ, নিঃকিন কবৰটোৱে মানুহক এই চিৰস্থায়ী
বাসস্থানলৈ আহিবলৈ আহ্বান কৰিছে—
কৈছে, মোৰ ওচৰলৈ তুমি আহিবই লাগিব ;
মৃত্যুক নকৰিবা ভয়। (93)

এই চকুযুৰি বিশাল পৃথিৱীখন
অসীমত বিলীন হৈ যোৱা দেখিছে ;
প্ৰত্যেকেই নিজৰ নিজৰ পৰীক্ষাত আবদ্ধ ;
ময়ো মোৰ পৰীক্ষাৰপৰা মুক্ত নহয়। (94)

শুনা মানব, তুমি যদি নিজকে মহান কৰা,
তেতিয়াহলে তুমি সৃষ্টিকৰ্তাৰ লগত মিলিত হৈ
প্ৰকৃত অময়া সুখ পাব পাৰা ;
যি ভগবানৰ পক্ষে, পৃথিৱীখন তাৰ বাবে। (95)

জীৱনটো নদীৰ পাৰত গজা এডাল গছৰ দৰে—
ই কিমান দিন স্থায়ী হ'ব পাৰে ?
নেসেকোৱা কলহত কিমান সময়ৰ বাবে পানী থাকিব ? (96)

ফৰিদ, সুউচ্চ প্ৰাসাদবোৰ পৰিত্যক্ত হৈছে—
সেইবোৰৰ বাসিন্দাসকল গৈছে মাটিৰ তলৰ বাসস্থান অধিকাৰ কৰিবলৈ ;
নিম্নখাপৰ কবৰবোৰত থাকে মৃতকৰ দল।
পৃথিৱীৰ অহংকাৰী ব্যক্তিসকলক কোৱা : প্ৰাৰ্থনাত মগ্ন হোৱা,
কিয়নো বিদায় লবৰ সময় আহিছে। (97)

ফৰিদ, মৃত্যু নদীৰ সিপাৰৰ দৰে দৃশ্যমান ;
তাৰো সিপাৰে বোলে কাণ তাল মৰা চিঞৰেৰে খলক লগা জ্বলন্ত নৰক ;
কিছুমানে এই কথা উপলব্ধি কৰে ;
বহুতে ভাব-চিন্তাবিহীন হৈ জীৱন কটায় ;
জানি লোৱা—এই জগতত সম্পাদিত কাৰ্যই
পিছৰ জগতখনত আমাৰ বিৰুদ্ধে সাক্ষ্য দান কৰিব। (98)

ফৰিদ, জীৱনটো নদীৰ পাৰত খেলি থকা মাৰেং চৰাইৰ দৰে,
যাৰ ওপৰত অকস্মাৎ ক্ষীপ্ৰ শেন চৰাইটো চোঁ মাৰি নামি আহে ;
ভগৱানৰপৰা এই শেনটো আহোঁতে, সকলো খেল-ধেমালি পাহৰা যায় ;
ভগৱানে মানুহলৈ তাৰ প্ৰত্যাশা বা কল্পনাৰ বাহিৰৰ বস্তু পঠিয়ায়। (99)

চাৰে তিনি মোন ওজনৰ এই শৰীৰ পানী
আৰু খাদ্যৰ দ্বাৰা প্ৰতিপালিত হয়।
মানুহ এই পৃথিৱীলৈ অঢেল আশা লৈ আহে ;
সকলো দুৱাৰ ভাঙি যেতিয়া দৃশ্যমান মৃত্যু আহিব ধৰে,
তোমাক মৰম কৰা সেই বন্ধু আৰু ভাতৃসকলে তোমাক
তাৰ ওচৰত সমৰ্পণ কৰে।
চাৰিজন শৱ-বাহকৰ কান্ধত উঠি পৃথিৱীৰপৰা বিদায় মগা হে মানব, চোৱা :
ফৰিদ, কেৱল এই জনমত কৰা সুকাৰ্যবোৰে হে
পৰ জনমত আমাক সহায় কৰে। (100)

ফৰিদ, নিজান ঠাইত দিনবোৰ যাপন কৰা চৰাইবিলাকৰ
কাৰণে মই উৎসৰ্গীকৃত হৈছোঁ,
শিলৰপৰা আহাৰ বুটলি, বালিৰ দমত বাস কৰিও
ভগৱানৰপৰা সিহঁত আঁতৰি নাযায়। (101)

ফৰিদ, চোৱা ! ঋতুৰ পৰিৱৰ্তন হয়, বননিবোৰ ধুমুহাত কঁপে, গছৰ পাত সৰে ;
সমগ্ৰ পৃথিৱী চলাথ কৰিলেও পৰিবৰ্তনৰপৰা
হাত সাৰা তুমি কাকো নোপোৱা। (102)

ফৰিদ, তোমাৰ বস্ত্ৰ চিৰাচিৰ কৰি ফালি দিয়া ;
খহটা উলৰ পোছাক পৰিধান কৰা।
প্ৰিয়জনৰ ওচৰলৈ নিয়া যি কাপোৰেই পোৱা তাকে পিন্ধা। (103)

( একেটা বিষয়কে গুৰু অমৰদাসে অব্যাহত ৰাখিছে )

কিয় তোমাৰ চিকমিকিয়া কাপোৰ ফালি পেলোৱা ?
কিয় উল পৰিধান কৰা ?
নানকে ক'লে, তুমি দৈনন্দিন ঘৰুৱা জীৱনতে
প্ৰিয়জনক পাব পাৰা, যদিহে তোমাৰ হৃদয় হয় নিষ্ঠাবান। (104)

( একেটা বিষয় গুৰু অৰ্জনদেৱে অব্যাহত ৰাখিছে )

ফৰিদ, পাৰ্থিব পৰাক্ৰম, ঐশ্বৰ্য আৰু সৌন্দৰ্যক লৈ গৰ্বীসকল
বৰষুণৰপৰা বঞ্চিত বালিৰ স্তূপৰ দৰে
ভগৱানৰ কৃপাৰপৰা বঞ্চিত। (105)

শুনা ফৰিদ, ভয়াবহ মুখমণ্ডল ভগৱানৰ প্ৰতি উদাসীনসকলৰ ;
এই পৃথিৱীত তেওঁলোকে নিকাৰ ভুঞ্জিব লাগিব ;
পিছতো তেওঁলোকে কোনো সন্মান নাপাব। (106)

ফৰিদ, জীৱন্ত হৈয়ো তোমাৰ অৱস্থা মৃতকতকৈ
কোনো গুণে ভাল নহয়—
তুমি প্ৰভাতৰ প্ৰাৰ্থনা কৰিবলৈ টোপনিৰপৰা উঠা নাই ;
তুমি ভগৱানক পাহৰিছা, কিন্তু জানি লোৱা যে
ভগৱানে তোমাক পাহৰা নাই। (107)

শুনা ফৰিদ, ভগৱান সদা সুন্দৰ, সদা সম্পূৰ্ণ।
ভগৱানৰ ৰঙেৰে ৰঞ্জিতসকলে আটাইতকৈ নিৰ্মল বস্ত্ৰ পায়। (108)

শুনা ফৰিদ, আনন্দ আৰু বেদনা সমানে গ্ৰহণ কৰিবা ;
অশুভ চিন্তাৰ পৰা নিজক মুক্ত কৰিবা।
মাথোন তেৱেঁই স্বৰ্গৰ সভাত প্ৰৱেশ কৰিব
যাৰ ইচ্ছা আল্লাৰ ইচ্ছাৰ লগত মিলি গৈছে। (109)

শুনা ফৰিদ, এই পৃথিৱীখন সকলো ধৰণৰ চাপৰ বশৱৰ্তী ;
প্ৰত্যেকজন মানুহৰো অৱস্থা তথৈবচ।
আল্লাই ৰক্ষাকৰা কেইজনেহে এই দশাৰ পৰা হাত সাৰিব পাৰে। (110)

ফৰিদ, আমাৰ হৃদয়বোৰ অসাৰ জগতখনৰ ৰঙেৰে ৰাঙলী ;
ভগৱানৰ ভক্তবোৰৰ জীৱন বৰ কষ্টকৰ :
অত্যন্ত ভাল ভাগ্যৰ দ্বাৰাহে ইয়াক পাব পাৰি। (111)

নিশাৰ প্ৰথম ভাগত কৰা প্ৰাৰ্থনা ফুলটোৰ দৰে ;
নিশাৰ শেষৰ ভাগৰ অব্যাহত ৰখা প্ৰাৰ্থনা তাৰ ফলৰ দৰে :
নিষ্ঠাৰে প্ৰাৰ্থনাত ব্ৰতী হোৱা সকলৰ ওপৰত ভগৱানৰ
এই আশিষ বৰ্ষণ হয়। (112)

( একেটা বিষয় গুৰু মানকে অব্যাহত ৰাখিছে )

ভগৱানৰ আশীৰ্বাদ তেওঁৰ হাতৰ পৰা কাঢ়ি আনিব নোৱাৰি :
সজাগ হৈ থাকিও বহুতে তাক নেপায় ;
বহুতক তেওঁ টোপনিৰ পৰা উঠায়ো আশীৰ্বাদ প্ৰদান কৰিব পাৰে। (113)

হেৰা দাম্পত্যসুখ বিচৰা গৰাকী,
এনে মনোমোহন গুণৰ অধিকাৰী হৈয়ো তুমি কিহৰ বাবে
আনন্দ পাব পাৰা নাই ?
শুনা, বিবাহত প্ৰকৃত ৰূপত সুখীসকলে পতি বা পত্নীক মানি চলা
কাৰ্যতে আনন্দ পায়। (114)

সহনশীলতাক তোমাৰ ধেনু আৰু ধেনুৰ গুণ কৰা ;
শৰডালো কৰা সহনশীলতাৰে—
ভগৱানে তাক অবাটে যাব নিদিব। (115)

( একেটা বিষয় দুটা শ্লোকত অব্যাহত থাকে )

যিসকলে সহনশীলতা অবলম্বন কৰে,
নিজে নিজে যন্ত্ৰণা গাত পাতি লয়—
তেনেসকল ভগৱানৰ ওচৰ চাপিব ;
তেওঁলোকৰ গোপন শক্তিৰ বিষয়ে কোনো অবগত নহব। (116)

সহনশীলতাক তোমাৰ জীৱনৰ আদৰ্শ কৰি লোৱা ;
ভালদৰে এই শিক্ষা লাভ কৰা ;
এনেদৰে তুমি এখন বিশাল নদী হৈ পৰিবা,
এটা অকণমানি সুঁতি নহয়। (117)

ফৰিদ, জানি লোৱা যে সাধু-সন্ন্যাসীৰ জীৱন বৰ কঠিন ;
তোমাৰ এই অনুৰাগ মাখোন উপকৃৱাহে ;
সঁচাকৈয়ে অনুগত মানুহজন দুৰ্লভ। (118)

ভগৱানৰ পৰা বিচ্ছেদ হোৱা মোৰ এই শৰীৰ
জালী-গাঁতৰ দৰে পুৰিব ধৰিছে,
মোৰ হাড়বোৰ খৰিৰ দৰে জ্বলিছে :
চৰম ক্লান্তি অহালৈকে মই খোজ কাঢ়িম,
মোৰ মূৰৰ ওপৰতো খোজ কাঢ়িম
প্ৰিয়জনৰ লগত মিলন লাভ কৰিবলৈ। (119)

( সন্ত গুৰুসকলে এই বিষয়টো অব্যাহত ৰাখিছে )

তুমি নিজকে জালি-গাঁতৰ দৰে পুৰিব নালাগে বা
জুইত তোমাৰ হাড় নালাগে কৰিব নিক্ষেপ :

কিয় তোমাৰ অংগ-প্ৰত্যংগবোৰক কষ্ট দিয়া ?
চোৱা ! প্ৰিয়জন তোমাৰ নিজ অন্তৰতে আছে। (120)

কিন্তু স্বৰ্গৰ পথ-প্ৰদৰ্শকজনে হয়তো তোমাক ভগৱানৰ
দৰ্শন কৰিবলৈ দিব। (121)

পানীত লাবণ্যময় ৰাজহংসবোৰক দেখি সাৰেংবোৰৰ মনতো
সাঁতুৰিবলৈ বাসনা জাগিল ;
দুৰ্ভগীয়া সাৰেংবোৰ কেবল মূৰ তল কৰি ডুবি মৰিল। (122)

মই এনে এজনৰ সংগ কামনা কৰিছিলো যাক মই
এটা ৰাজহংস বুলি জানিছিলো :
মই যদি জানিছিলোহেঁতেন তেওঁ এটা নিছলা সাৰেং,
তেতিয়াহলে মই তেওঁৰ পৰা আঁতৰি ফুৰিলোহেঁতেন। (123)

( এই বিষয়টো গুৰু নানকে অব্যাহত ৰাখিছে )

ৰাজহংস আৰু সাৰেঙৰ কথা নকবা—তেওঁৰ ( ভগৱানৰ ) কৃপাই যথেষ্ট :
নানকে ক'লে, তেওঁ যদি ইচ্ছা কৰে,
তেওঁ কাউৰীক ৰাজহংসলৈ ৰূপান্তৰিত কৰিব পাৰে। (124)

হ্ৰদৰ পাৰত বহি আছে এটা অকলশৰীয়া চৰাই,
তাৰ চাৰিওফালে ফান্দ :
কামনাৰ ঢৌত এই শৰীৰ বুৰ যাওঁ যাওঁ—
মাথোন ভগৱানৰ দয়াইহে তাক বচাব পাৰে ! (125)

কি শব্দ, কি গুণ, বক্তৃতাৰ কি অলংকাৰ ?
প্ৰভুৰ প্ৰেম জয় কৰিবলৈ কি বস্ত্ৰ পিন্ধিম ? (127)

( একেটা বিষয় গুৰু নানকে অব্যাহত ৰাখিছে )

শব্দটো হ'ল বিনয়, গুণটো ক্ষমা ;
অলংকাৰ হ'ল সুমিষ্ট ভাষণ :
ভনী, এইবোৰ সদায় পিন্ধিবা—তেতিয়া হলেহে
ঈশ্বৰ তোমাৰ হ'ব। (127)

যি জ্ঞানী হৈয়ো শিশুৰ দৰে নিষ্পাপ ;
শক্তিমান—কিন্তু এনে সহনশীল যেন শক্তিহীন ;
যি নিজৰ তাকৰীয়া ভঁড়ালৰ পৰাও অইনক ভাগ দিয়ে—
এনে গুণ থকা ভক্ত সঁচাকৈয়ে দুৰ্লভ। (128)

কাৰো লগত হুটা মাত নামাতিবা—অনন্ত ভগবান সকলোৰে মাজত আছে :
কাৰো হৃদয় নাভাঙিবা, জানি লোৱা—প্ৰত্যেক ব্যক্তিয়েই
এটা অমূল্য মাণিক। (129)

( একেটা বিষয়ৰ ওপৰত )

প্ৰত্যেক অন্তৰ একোটা ৰত্ন ; তাক ভঙাটো এটা কু-কাৰ্য ;
তুমি যদি প্ৰিয়জনৰ অন্বেষণ কৰিব বিচাৰা,
কাৰো অন্তৰ নাভাঙিবা। (130)

( আদি গ্ৰন্থৰ 1377—1384 পৃষ্ঠাত )

নবজীৱন প্ৰেছ, কলিকতা-700 006 দ্বাৰা মুদ্ৰিত।